

# জ্ঞানম্

শিৱসাগৰ বাণিজ্য মহাবিদ্যালয়

বাৰ্ষিক আলোচনী - ২০১৪-১৫ বৰ্ষ

সম্পাদক ঃ বিতু বৰুৱা

# GYANAM

*An annual publication of the college magazine published for 2014-15 year by Sibsagar Commerce College Student's Union and edited by Bitu Boruah, printed at Binayak Offset, Sankar Mondir Road, Sivasagar*




## ঃ সম্পাদনা সমিতি ঃ

*উপদেষ্টা ঃ*
ৰুণী বৰঠাকুৰ
পদ্মনাথ শৰ্মা
বাতুল দত্ত

*সভাপতি ঃ*
ড° সৌমাৰজ্যোতি মহন্ত, অধ্যক্ষ

*সম্পাদক ঃ*
বিতু বৰুৱা

---

## ঃ কাৰ্যকৰী মঞ্চ ঃ

*বেটুপাতৰ পৰিকল্পনা ঃ*
ড° সৌমাৰজ্যোতি মহন্ত

*অলংকৰণ ঃ*
বিতু বৰুৱা

*প্ৰকাশক ঃ*
ছাত্ৰ একতা সভা
শিৱসাগৰ বাণিজ্য মহাবিদ্যালয়
২০১৪-১৫ বৰ্ষ

*মুদ্ৰণ ঃ*
বিনায়ক অফচেট
শংকৰ মন্দিৰ পথ, শিৱসাগৰ



# উছৰ্গা

মহাবিদ্যালয়ৰ সমূহ ছাত্ৰ-ছাত্ৰী
শ্ৰদ্ধাৰ শিক্ষাগুৰুসকল
সন্মানীয় অভিভাৱকসকল
আৰু
সমূহ শুভাকাংক্ষীলৈ।

বিতু বৰুৱা
সম্পাদক



# শ্ৰদ্ধাঞ্জলি





অঞ্জন দত্ত

*প্ৰাক্তন মন্ত্ৰী, বিধায়ক আৰু সভাপতি, অসম প্ৰদেশ কংগ্ৰেছ*

প্ৰণৱ কুমাৰ মৈত্ৰ

*প্ৰাক্তন অধ্যাপক, শিৱসাগৰ বাণিজ্য মহাবিদ্যালয়*

থানেশ্বৰ নাথ

*চতুৰ্থ বৰ্গ কৰ্মচাৰী, শিৱসাগৰ বাণিজ্য মহাবিদ্যালয়*

নিতিশ আগৰৱালা

*প্ৰাক্তন ছাত্ৰ, শিৱসাগৰ বাণিজ্য মহাবিদ্যালয়।*



# কৃতজ্ঞতাৰ শৰাই

জ্যোতি বৰুৱা, ৰাজ্যিক বঁটাপ্ৰাপ্ত অৱসৰপ্ৰাপ্ত প্ৰধান শিক্ষয়িত্ৰী, লক্ষ্মীনাথ বেজবৰুৱা শিশু ভৱন, শিৱসাগৰ

বিবেন্দ্ৰ মিট্টাল, উপায়ুক্ত, শিৱসাগৰ জিলা

ডাঃ সুকল্যাণ দাস, ডাক্তৰ

ড° সৌমাৰজ্যোতি মহন্ত, অধ্যক্ষ, শিৱসাগৰ বাণিজ্য মহাবিদ্যালয়

ৰুণী বৰঠাকুৰ, উপাধ্যক্ষা শিৱসাগৰ বাণিজ্য মহাবিদ্যালয়

মহাবিদ্যালয়ৰ সমূহ অধ্যাপক-অধ্যাপিকা, কৰ্মচাৰী

আৰু

মহাবিদ্যালয়ৰ সমূহ ছাত্ৰ-ছাত্ৰীসকললৈ কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

বিতু বৰুৱা

সম্পাদক



**Virendra Mittal, IAS**
DEPUTY COMMISSIONER
SIVASAGAR DISTRICT (ASSAM)




OFFICE OF THE DEPUTY COMMISSIONER
Sivasagar District, Assam (India)
Ph. : 03772-222137 (O), 222138 (R)
Fax No. : 222655 (O), 222131 (R)
E-mail id : virendramittal8@gmail.com
Contact No. : 94351 48970

## Message

I have great pleasure in conveying my best wishes to the student fraternity of Sibsagar Commerce College for their noble effort to bring out the 2014-15 edition of the annual College Magazine keeping the rich literary tradition and history of this premier educational institution alive.

Sibsagar Commerce College is known for attracting the best students and offering them quality education. It is a matter of great pride that the College has made enviable progress in all these years in both academic and co-curricular activities. The success of the alumni of this premier institution in all walks of life is a pointer to the academic environment of the College.

Overall development of the individual is the goal of education. Modern day education has to keep pace with the demands of the economic environment. Todays' students who are the future manager, businessman and the entrepreneur need to have many more weapons in armory to overcome the challenges that they have to face.

To achieve this objective, the student community, the faculty members have to ensure that there is no stone left unturned. This requires consistent self-motivation, assiduousness and a positive attitude. I hope that the student and teaching community of Sibsagar Commerce College possesses all these coveted qualities.

I wish the student fraternity grand success in all their future endeavours.

(Virendra Mittal, IAS)
Deputy Commissioner, Sivasagar



# Principal Message

"The soul of ancient Indian education system reflects the dedication, hard work and joint efforts by guru and sishya (Students and Teachers) Strieving for knowledge and wisdom for the betterment of the society. The modern education system is no exception in this regard. The essence of todays educational scenario focus on the accuisition of knowledge and information and finally should transform it into wisdom. The education must be instrumental in fulfilling all hopes and aspirations of talented and budding students. The Sibasagar Commerce College is taking an initiative honest towards the fulfillment of such an urge of the society and students, by offering carious PG, UG and skill based learing courses. This includes B.A., B.Com, M.Com (Regular), Hospitality Management, Event Management etc. The vision of Sibasagar Commerce College is the all round development of the students by encouraging them in participating in various co-curricidar and extra curricular activities.

The academic graph of our students is rising day by day and is achieving a commendable height, it is worthy to mention that one of our student of B.Com course got admitted in IIM Shillong and many other students got admitted in different educational institute of repute.

I promise that the students of Sivasagar Commerce College would get an environment of growth and development with the co-operation, inspiration and dedication of all the members of Sibasagar Commerce College fraternitry.

২১ শতিকাত জ্ঞানেই মূলধন। জ্ঞান অৰ্জনৰ দ্বাৰা উৎকৃষ্টতাক আহৰণ কৰিবলৈ হ'লে কঠিন পৰিশ্ৰম আৰু নিয়মানুবৰ্তিতা অতি প্ৰয়োজনীয়। মূল্যবোধৰ গুৰুত্ব আৰোপেৰে ছাত্ৰ-ছাত্ৰীৰ বৌদ্ধিক, মানসিক আৰু কায়িক উৎকৰ্ষ সাধন কৰাটো মহাবিদ্যালয়ৰ মূল লক্ষ্য। এই লক্ষ্যক বাস্তবায়িত কৰিবলৈ হ'লে ছাত্ৰ-ছাত্ৰী, অভিভাৱক আৰু শৈক্ষিক সমাজ সকলোৱে হাতে-হাত ধৰি আগবাঢ়িব লাগিব। আহক সকলোৱে এই যাত্ৰাৰ অংশীদাৰ হওঁক ....

Dr. Saumarjyoti 'Mahanta
Principal
Sibsagar Commerce College



# শুভ কামনা

মই জানিবলৈ পাই অতিশয় আনন্দিত হৈছোঁ যে বুৰঞ্জীয়ে পৰশা ঐতিহাসিক শিৱসাগৰ নগৰৰ শিৱসাগৰ বাণিজ্য মহাবিদ্যালয়ে বিগত বৰ্ষৰ দৰে ২০১৪ ১৫ বৰ্ষৰো মহাবিদ্যালয়ৰ বাৰ্ষিক আলোচনী 'জ্ঞানম' প্ৰকাশ কৰিবলৈ লোৱা বুলি জানিবলৈ পাই নথৈ আনন্দিত হৈছোঁ।

বাণিজ্য শিক্ষাৰ প্ৰাণকেন্দ্ৰ এই মহাবিদ্যালয়ে গুণগত শিক্ষাৰ বিকাশ, সামাজিক তথা মানৱীয় প্ৰমূল্যবোধ গঢ় দিয়া আৰু সুস্থ শৈক্ষিক পৰিবেশ সৃষ্টিত অৱদান আগবঢ়াই আহিছে। বৰ্তমান নিবনুৱা সমস্যাৰ সমাধানৰ ক্ষেত্ৰত সমাজত বাণিজ্য শিক্ষাই এক উল্লেখযোগ্য অৰিহণা আগবঢ়াই আহিছে। আশাকৰো এই মহাবিদ্যালয়ৰ শিক্ষাই এখন নিকা সমাজ গঢ়া আৰু সজাগতা সৃষ্টি কৰাত সহায় কৰিব। মহাবিদ্যালয়ে প্ৰকাশ কৰা আলোচনীয়ে ছাত্ৰ-ছাত্ৰীৰ মনৰ ভাৱ প্ৰকাশৰ তথা বিশ্বৰ সম্পৰ্কে তেওঁলোকৰ দৃষ্টিভংগী প্ৰকাশৰ এক মাধ্যম ৰূপে কাম কৰে।

উক্ত আলোচনীখনৰ লগত জড়িত থকা উদ্যোক্তা সকললৈ আন্তৰিক শুভেচ্ছা জনাইছো। বৰ্তমান যিসকল ছাত্ৰ-ছাত্ৰীয়ে এই মহাবিদ্যালয়ত অধ্যয়ন কৰি আছে তেখেত সকলৰ মানসিক, শাৰীৰিক আৰু বৌদ্ধিক বিকাশৰ উপৰিও কৃষ্টি, সাংস্কৃতিক চৰ্চা, বিকাশ, প্ৰকাশ, সংৰক্ষণ আদি চিন্তাৰ প্ৰতিফলন ঘটে। ইয়াকে কামনা কৰাৰ লগতে মহাবিদ্যালয়খনৰ সকলোলৈকে মোৰ আন্তৰিক শুভেচ্ছা জ্ঞাপন কৰিলো। আশাকৰো 'জ্ঞানম'ৰ এই মহৎ প্ৰচেষ্টা সফল হওঁক। তাৰ কামনাৰে —

জ্যোতি বৰুৱা
ৰাষ্ট্ৰিক বঁটাপ্ৰাপ্ত অৱসৰপ্ৰাপ্ত প্ৰধান শিক্ষয়িত্ৰী
লক্ষ্মীনাথ বেজবৰুৱা শিশু ভৱন প্ৰাথমিক বিদ্যালয়,
শিৱসাগৰ





# "A message to improve concentration skills"

To improve concentration skills one could follow the following steps-
a. One should set aside a niche in the house just for studying.
b. The study area should have good lighting, ventilation and preferably a chair and desk
c. It is essential Lo keep the arya free of all dh: factions like TV, fridge, music sysyems, phones etc.
d. The work should be divided into easily attainable goals. One should not try to aim for a difficult goal at the first instance. Failure to achieve a set goal may decrease the learning drive of the student.
e. One should not study for not more than 50 minutes at a stretch. A break of 10 minutes in between study time will refresh the mind.
f. One should try to study at the same lime everyday so that it becomes an enduring habit.
g. One should not be scared of books and studying. Books need to be associated with relaxation and the feeling of satisfaction of improving one's knowledge. Only then will one begin to enjoy studying and the learning process.
The above steps will be effective only if onels cool and remember to put his/her best without worrying about marks and result. One should learn to put in persistent effort throughout you academic life to achieve success.

Best of Luck

**Dr. Sukalyan Das. MD DCH.**



# অনুক্ৰমণিকা


- অসমৰ দেউৰী জনগোষ্ঠীৰ সামাজিক উৎসৱ-অনুষ্ঠান আৰু পূজা-পাতল ✍ হৰেন হাজৰিকা/১৩
- পেঞ্চিলৰ কাহিনী ✍ কৌবাঙ বৰগোহাঁই/১৮
- কি যে আমাৰ বিচিত্ৰ জীৱন ✍ পংকজজ্যোতি হাজৰিকা/২২
- বৰ্তমানৰ শিক্ষা ব্যৱস্থা আৰু গ্ৰন্থ সম্পৰ্কে এক আলোকপাত ✍ প্ৰীতিমণি শৰ্মা/২৫
- শিল্প সম্ৰাট খগেন মহন্ত ✍ জ্যোতিময়ী শইকীয়া/২৭
- যুৱ-প্ৰজন্মৰ হৃৎপিণ্ডৰ 'অংগৰাগ পাপন মহন্ত' ✍ দীপাংকৰ চুতীয়া/২৯
- সাম্প্ৰতিক প্ৰেক্ষাপটত গণমাধ্যম ✍ পৰিস্মিতা বৰুৱা/৩২
- যুৱ প্ৰজন্মৰ ওপৰত বাইক আৰু মʼবাইল ফোনৰ প্ৰভাৱ ✍ নিৰঞ্জন কলিতা/৩৩
- অসমৰ লগত নেপালীৰ সম্বন্ধ ✍ নেহা সিং লহাৰ/৩৫
- বৰ্তমান ছাত্ৰ সমাজৰ বিশৃংখলতা আৰু ইয়াৰ প্ৰতিকাৰ ✍ ৰাখী ফুকন/৩৬
- কম্পিউটাৰৰ পৃথিৱী ✍ অৰ্ণৱ সৰকাৰ/৩৮
- চʼইকেলৰ বিষয়ে ✍ চহিদ আহমেদ/৩৯
- আটলাণ্টিক মহাসাগৰৰ বিস্ময়ৰ তলিভাগ ✍ গৌতম কাশ্যপ/৪০
- মহান বিজ্ঞানীৰ বসাল কাহিনী ✍ পিংকি গগৈ/৪১
- আত্মৰক্ষাৰ 'কাৰাটে-ডু' ✍ ৰজত কুমাৰ ভৰ্গৱ/৪২
- স্কুলীয়া জীৱনৰ মিঠা অনুভৱ ✍ মৃদুস্মিতা বৰগোহাঁই/৪৩
- উতলা ফাগুনৰ উৰুঙা আবেলি ✍ কনচেং বুঢ়াগোহাঁই/৪৫
- অনুভূতি ✍ প্ৰতীক্ষা বৰুৱা/৪৯
- অজাপৰ জীৱন কাহিনী ✍ ইমৰাণ হুছেইন/৫১
- বন্ধুত্ব ✍ অবিনাশ কলিতা/৫২
- অন্ধ-বিশ্বাস ✍ বন্দনা বৰুৱা/৫৪
- তামিলনাডুত NCC কেম্পৰ অভিজ্ঞতা ✍ মুনমী বুঢ়াগোহাঁই/৫৫
- সোণোৱালী শৈশৱৰ পমখেদি.... ✍ অংকিতা বড়া/৫৭
- বন্ধুত্ব ✍ নৱকান্ত বৰগোহাঁই/৫৮
- কবিতা ঃ৫৯-৭২

◆ ফাগুন ✍ কৌবাঙ বৰগোহাঁই ◆ ছাঁয়া ✍ দীপশিখা বৰুৱা ■ সময়ৰ কুঁৱলিত ধূসৰ হʼব ধৰিছে ✍ অৰ্চনা বড়া ◆ অচিনাকী ✍ পাপ্পুৰিয়া বৰুৱা ◆ আবেলিৰ কবিতা ✍ অনিমেষ কাকতি ■ অনুভূতি ✍ জাহ্নবী বৰা ■ জোনতৰা ✍ ভৈৰৱী সোণোৱাল ◆ অতীতৰ স্মৃতি ✍ নিতুমনি বৰুৱা ◆ বিবেকৰ কবিতা ✍ শিবানী দেৱী ■ ৰক্তপিপাসু ✍ জয়শ্ৰী বৰা ◆ মোক কিহুমান শব্দ লাগে ✍ কনচেং বুঢ়াগোহাঁই ■ স্বাধীনতাৰ স্তৱক ✍ নেহা সিং লোহাৰ ◆ এবুকু উশাহ ✍ মৃদু পৱন শইকীয়া ■ বন্ধুত্ব ✍ হিৰণ্য দাস ■ প্ৰতাৰিত হৃদয়ৰ প্ৰতিশ্ৰুতি ✍ হলিত নায়ক ■ বিষাদ ✍ আচিফ আহমেদ ◆ যুগে ধৰা ভৱিষ্যতৰ সপোন ✍ জয়ন্ত চেতিয়া ◆ ক্ষোভ ✍ অৰ্ণৱ সৰকাৰ ◆ আশাৰ বেজলিবোৰ ✍ পুনচি সিং ◆ এজন কবি ✍ প্ৰাচুৰ্য্য প্ৰতীম গগৈ ■ ৰঙীণ সপোন ✍ কৱৰী দুৱৰী ■ মোৰ জীৱন ✍ বিতু বৰুৱা ■ নিঃসংগ আজি মই জোনাক ✍ বিতু বৰুৱা ■ প্ৰেমৰ দিনৰ কথা ✍ প্ৰাৰ্থপ্ৰতীম দুৱৰা ■ অস্তাচলৰ আকাশ ✍ কনচেং বুঢ়াগোহাঁই




➲ সাক্ষাৎকাৰ ✍ কনচেং বুঢ়াগোহাঁই/৭৩
➲ সাক্ষাৎকাৰ ✍ প্ৰান্তিক দত্ত/৭৫
➲ **Convergence of Indian Gaap With IFRS In India** ✍ Dr. Ratul Sarmah/৭৭
➲ **Just sharing and caring....** ✍ Padma Nath Sharma/৮০
➲ **Dare to Dream** ✍ Abokali Aye/৮৬
➲ **To be Truthful is to be Human** ✍ Nayana Das/৮৭
➲ **Life goes on......** ✍ Kasturi Gogoi/৮৯
➲ **Holography** ✍ Navajyoti Baruah/৯১
➲ **Human As A Resource** ✍ Anjan Bharali/৯২
➲ **Discipline** ✍ Labika Bajaj/৯৩
➲ **Youth in Politics** ✍ Rinku Kumah Agarwal/৯৪
➲ **Semester System** ✍ Sheetal Agarwall/৯৫
➲ **The Changing Face Of Feminism** ✍ Abhishek Agarwal/৯৭
➲ **Girl Child** ✍ Komal Lahoty/৯৯
➲ **Global warming and growing illness** ✍ Madhuri Rathi/১০১
➲ **Technology** ✍ Tulika Chring Phukon/১০৩
➲ **Media** ✍ Taniya Sharma/১০৫
➲ **Social Networking** ✍ Ashique Dutta/১০৬
➲ **How drugs lead us astray** ✍ Vaishali Agarwal/১০৮
➲ **Personality Development** ✍ Pranjit Chetia/১০৯
➲ **Save Every Drop of Water** ✍ Ramesh Sahu/১১১
➲ **E-Retailing : Its merits as well as de-merits** ✍ Abhishek Agarwal & Sarbjit Singh/১১৩
➲ **The Role of Teachers** ✍ Priyanka Boruah/১১৫
➲ **Friends** ✍ Rimpy Phukon/১১৭
➲ **Problems Faced by Women At Workplace** ✍ Sunaina More/১১৮
➲ **Discipline With Every Step** ✍ Pritpal Singh Nagi/১২০
➲ **Commercialization of education** ✍ Kasturi Gogoi/১২১
➲ **Drug Addiction** ✍ Rahul Deb/১২২
➲ **La Experience** ✍ Abhishek Agarwal/১২৩
➲ **Poem**/১২৫-১৩০
➲ **Meaning of life** ✍ Ritick Agarwall, **Life** ✍ Raja Sharma, **My Gone Days** ✍ Raja Sharma, **Friendship** ✍ Payal Dutta, **Mighty Ocean** ✍ Bisakha Das, **Our Friendship Is Pure** ✍ Payal Dey, **My Grand Paa** ✍ Neha Sureka, **A poem of life, like & deslike** ✍ Priyanka Charingia, **ऐसी किताब दे** ✍ सुरभी कुमारी, **मातृभाषा** ✍ श्वेहा चौहान, **माँ** ✍ राहुल गुप्ता
**विद्यार्थी जीवन, जीवन का सुनहरा काल है** ✍ सुरभी कुमारी/১৩১
বিভাগীয় প্ৰতিবেদন ঃ১৩২-১৪২



# অসমৰ দেউৰী জনগোষ্ঠীৰ সামাজিক উৎসৱ-অনুষ্ঠান আৰু পূজা-পাতল

**হৰেন হাজৰিকা**
মুৰব্বী অধ্যাপক, অসমীয়া বিভাগ
শিৱসাগৰ বাণিজ্য মহাবিদ্যালয়, শিৱসাগৰ



সকলো জাতি জনগোষ্ঠীৰে কিছুমান নিজস্ব সামাজিক উৎসৱ-অনুষ্ঠান থাকে। তেনেদৰে অসম তথা অৰুণাচলত বসবাস কৰা অন্যতম প্ৰাচীন থলুৱা জনগোষ্ঠী দেউৰীসকলৰ মাজতো বিভিন্ন সামাজিক উৎসৱ-অনুষ্ঠানৰ প্ৰচলন পূৰ্বৰে পৰাই দেখা যায়। অসমৰ বিভিন্ন জনগোষ্ঠীসমূহৰ দৰে দেউৰী জনগোষ্ঠীৰো এটি গুৰুত্বপূৰ্ণ সামাজিক তথা জাতীয় অনুষ্ঠান হৈছে বিহু। অৱশ্যে দেউৰীসকলৰ উদ্‌যাপিত বিহুৰ কিছুমান সুকীয়া বিশেষত্ব আছে। দেউৰীসকলে অতীজৰে পৰা নিজস্ব পৰম্পৰা আৰু ৰীতি-নীতিৰে 'বিচু' অৰ্থাৎ বিহু উৎসৱ পালন কৰি আহিছে। দেউৰীসকলে বিহুক 'বিচু' বুলি কয়। 'বি' মানে অতি আৰু 'চু' মানে আনন্দময়; অৰ্থাৎ [redacted] আনন্দময় পৰিৱেশ। দেউৰীসকলৰ জাতীয় অনুষ্ঠান বিচু তিনি প্ৰকাৰৰ। ব'হাগীয় বিচু, কাতি বিচু আৰু মাগীয় বিচু।

**ব'হাগীয় বিচু বা ব'হাগ বিহু ঃ** দেউৰীসকলৰ 'বিচু' উৎসৱৰ ভিতৰত আটাইতকৈ গুৰুত্বপূৰ্ণ বিচু হৈছে ব'হাগ বিচু। ব'হাগ মাহ সোমোৱাৰ আগতেই দেউৰী ডেকা-গাভৰুৱে মনৰ আনন্দত আত্মহাৰা হয় আৰু ফাগুণ, চ'ত মাহৰে পৰাই বিচু পাতিবলৈ আৰম্ভ কৰে। ব'হাগ বিহুৰ আগতে প্ৰস্তুতিমূলক হিচাপে পতা এই বিহুকেই চ'তৰ বিচু বোলে। চ'তৰ বিচু ৰাতিহে পতা হয়। গাঁৱৰ এডোখৰ নিৰ্দিষ্ট ঠাইত নাইবা কোনো এখৰৰ চোতালত বিচু খোলা পাতি দেউৰী ডেকা-গাভৰুৱে দল বান্ধি ৰাতি বিহু পাতে। দেউৰীসকলে ৰাতি বিহু মাৰিবৰ বাবে ঠিক কৰা ঠাইক 'বিচুকলা' বুলিও কয়। ৰাতি বিহু আৰম্ভ কৰাৰ দিনা ডেকা-গাভৰু, বোৱাৰী, বয়োবৃদ্ধ সকলোৱে দেওশাললৈ গৈ সেৱা জনাই যাতে কোনো দোষ-ত্ৰুটি নহয়। বিহুৰ খোলাত দেউৰী





ডেকা-গাভৰুৱে হাতত টকা, পেঁপা, গগণা, বাঁহী ঢোল, তাল আদি লৈ মুক্ত মনেৰে নৃত্য-গীত কৰি আনন্দ উপভোগ কৰে। এই ৰাতি বিহু মূল বহাগ বিহুৰ উৰুকাৰ দিনা নিশালৈকে চলি থাকে। পিছদিনা আবেলি বিচুৰুলা পতা ঠাইৰ পৰা ডেকা-গাভৰুসকলে বিহু মাৰি নৃত্য-গীত গাই গাই বিহুক দেওশালৰ মন্দিৰত থয়। বহাগ বিহুৰ দিনা দেউৰী জীয়ৰী-বোৱাৰীয়ে ঘৰখনৰ সকলোকে নতুন সাজ বৈ-কাটি পিন্ধাব লাগে আৰু ঘৰলৈ অহা বয়োজেষ্ঠসকল, শুভৰি দলক গামোচা আদি উপহাৰ দিব লাগে। সেয়েহে দিনৰ ভাগত দেউৰী জীয়ৰী-বোৱাৰীয়ে বিহুৰ কাপোৰ বয়। তদুপৰি বিহু ওচৰ চাপি অহাৰ লগে লগে দেউৰী গাভৰু-বোৱাৰীয়ে বিহুৰ বাবে প্ৰয়োজনীয় জা-জলপান, পিঠা-পনা, চুৰো আদি যা-যোগাৰৰ কামতো লাগি যায়। পুৰুষসকলেও বিহুৰ বাবে প্ৰয়োজনীয় বিভিন্ন সম্বল গোটোৱাৰ লগতে গৰু বিহুৰ দিনা গৰুক ন-পঘা দি বান্ধিবৰ বাবে তৰা আৰু মৰাপাতেৰে ৰচি বাতে।

দেউৰীসকলে ব'হাগ মাহৰ প্ৰথমটো বুধবাৰ আৰু বৃহস্পতিবাৰৰ পৰা বিহু উদ্‌যাপন কৰে। বুধবাৰৰ দিনটো উৰুকা হিচাপে পালন কৰে। উৰুকাৰ দিনা দেউৰীসকলৰ প্ৰত্যেকৰে ঘৰত বিভিন্ন বনৰীয়া শাক পাচলি সংগ্ৰহ কৰি ৰান্ধি খোৱাৰ পৰম্পৰা আছে। এনেদৰে এসাজ বন শাক এই দিনটোত খালে গোটেই বছৰটোলৈ বেমাৰ-আজাৰ নহয় বুলিও জনবিশ্বাস আছে। এই দিনটোতেই দেউৰী লোকসকলে 'খিন পেলোৱা' নামৰ এটি সকাম গধূলি অনুষ্ঠিত কৰে। দেউৰীসকলৰ মাজত জাত-পাতৰ বিভাজন দেখা যায়। নিম্ন জাতৰ মানুহ বিশেষ কাৰণত তেওঁলোকৰ ঘৰত প্ৰৱেশ কৰিলে চুৱা লাগে বুলি ভাবে। তদুপৰি ঘৰত শগুণ পৰিলে, জন্ম-মৃত্যু সম্বন্ধীয়, ঘৰত সাপ বগোৱা ইত্যাদি বিভিন্ন কাৰণত চুৱা লাগে। এই চুৱাবোৰ সময়মতে অনুষ্ঠিত কৰি বেদোৱা হয় যদিও কিছু উৎসৱৰ এই দিনটোত সামগ্ৰিকভাৱে সকলো চুৱা পুৰুৰ কেইজনমান বয়সীয়াল লোকক নিমন্ত্ৰণ কৰি চুৰো-মাংসৰে আপ্যায়ন কৰি চুৱা ভাঙে। এই সকামলৈ নিজৰ নিজৰ বংশৰ দেওধাইক নিমন্ত্ৰণ কৰি অনা হয়। দেওধাইয়ে ঘৰৰ চোত'লত বেদী সাজি 'খিন প্যাতৰ' দ্বাৰা ঘৰৰ চাৰিওফালে তিনিবাৰ ঘূৰি শান্তিপানী ছটিয়াই ঘৰ, ভৰাল শুচি কৰে। এই সকাম গাঁৱৰ প্ৰতিবৰতে অনুষ্ঠিত কৰা হয়। 'ছাই পেলোৱা' বা 'খিন পেলোৱা' বুলি কোৱা এই অনুষ্ঠানত পূৰ্বপুৰুষসকলৰ আত্মাৰ সন্তুষ্টিৰ অৰ্থে প্ৰাৰ্থনা কৰা হয়।

উৰুকাৰ পিছদিনা অৰ্থাৎ ব'হাগৰ প্ৰথম বৃহস্পতিবাৰৰ দিনা পুৱা গৰু বিহু উদ্‌যাপন কৰা হয়। কৃষিজীৱি দেউৰী সমাজৰ কৃষিৰ মূল সম্বল হ'ল গৰু। গৰুক এওঁলোকে অতি পৱিত্ৰ জীৱ হিচাপে মানি চলে। ঘৰত এগোহালীকৈ গৰু থকাটো এওঁলোকৰ বাবে অতি গৌৰৱৰ কথা। এই দিনটোত ঘৰৰ সকলো মানুহ সোনকালে শুই উঠি বাহি ঘৰৰ কাম কৰি আজৰি হয়। পুৱাতেই ঘৰতে মাহ-হালধিৰে গৰু-গাইকেইটা লোৱাই দীঘলতি, মাখিয়তিৰে কোৱাই নৈৰ ঘাটলৈ লৈ যায়। নৈৰ ঘাটত সমবেত ৰাইজে আগলি পাতত এটি তামোল-পাণ আগবঢ়াই জীৱ-জন্তুৰ মঙ্গলৰ লগতে সমূহ ৰাইজৰ মঙ্গল কামনা কৰি ইষ্ট দেৱতাক স্মৰণ কৰা হয়। গৰু গা ধুৱাবলৈ যাওঁতেই দেউৰী চেম্নীয়া ল'ৰাক ডেকাৰ শাৰীলৈ নিয়াৰ এক [redacted] পৰ্বও অনুষ্ঠিত হয়। ইয়াকেই 'ইকু-গেনেমা' (চুৰিয়া পিন্ধোৱা প্ৰথা) বুলি কোৱা হয়। গৰু গা ধুৱাই আহি আগবেলাতেই সকলো ৰাইজে পুণৰ গাঁৱৰ দেওঘৰত সমবেত হয় আৰু দেওঘৰত ইষ্ট-দেৱতাক স্মৰণ কৰি চাকি, ধূপ-ধুনা, মাহ, কল, পিঠা আদিৰে বিহুৰ বৰপূজাৰ আগবঢ়াই বিহুৰ শুভ আৰম্ভণি কৰা হয়। পূজাৰ অন্তত ইষ্ট-গুৰু আৰু পূৰ্বপুৰুষসকলৰ সন্তুষ্টিৰ অৰ্থে হাঁহ, ছাগলী, কুকুৰা, পাৰ আদি বলি দিয়া হয়। ইয়াৰ পিছত বলিৰ জীৱ-জন্তুৰ মাংসৰে সমবেত ৰাইজে ভোজ-ভাত খাই আনন্দ-স্ফূৰ্তি ধেমালি কৰে। এই দিনটোত কণী যুঁজ (দুৰ্জা চুজুৰাবা), কুকুৰা যুঁজ (দু চচুজুৰাবা), মল্লযুঁজ (মচি চচুৱা) আদি খেলি দেউৰীসকলে আনন্দ কৰে।

ইয়াৰ পিছদিনা মানুহৰ বিহু। গাঁৱৰ সকলো ডেকা-গাভৰু, জীয়ৰী-বোৱাৰী, বয়োবৃদ্ধ লোক দেওঘৰত সমবেত হয় আৰু দেওঘৰত পূজা সেৱা কৰি বিহু আৰম্ভ কৰে। দেউৰীসকলৰ মাজত বিহুৰ দিনা দেও উঠাৰ এক পৰম্পৰা আছে। সেই দিনটোত এক নিৰ্দিষ্ট বংশৰ এগৰাকী বিবাহিত পুৰুষ বা মহিলাৰ গাত দেও লম্ভে। দেও উঠা ব্যক্তিগৰাকীক ঐশ্বৰীক শক্তিৰ অধিকাৰী বুলি ভবা হয় আৰু তেওঁক অতি স-সন্মানেৰে ঘৰৰ পৰা ৰাইজে দেওঘৰলৈ লৈ আহে। দেওঘৰলৈ





আনি দেওগৰাকীক পূজা-সেৱা কৰাৰ পিছত তেওঁ বা'দা'ৰ চেৰুত নৃত্য (দেওধনী নৃত্য) কৰে। নৃত্যৰ শেষত তেওঁ অনাগত নতুন বছৰটিত হ'ব পৰা ৰাইজৰ বিভিন্ন মঙ্গল-অমঙ্গলৰ বা-বতৰা দিয়ে আৰু লগতে বিধানো দিয়ে। তেওঁৰ বক্তব্যক দেউৰীসকলে ঈশ্বৰৰ বাণী বুলি মানি লৈ পালন কৰিবৰ চেষ্টা কৰে। দেউৰীসকলে দেওধনীক সন্তুষ্ট কৰি তেওঁৰ অনুমতি লৈহে দেওঘৰ আৰু গাঁৱত বিহু মৰা আৰম্ভ কৰে। দেউৰীসকলৰ বিহু নাম বা বিহুগীতক পাঁচোটি ভাগত ভগাব পাৰি। যেনে — ক) দেওধনী বিহুত গোৱা নাম, খ) আৰুৱ', গ) হাঁচতি, ঘ) হুঁচৰি আৰু ঙ) হুৰাই ৰাণ্ডলী। দেওঘৰত সমবেত সকলো ৰাইজে এই আটাইকেইবিধ বিহুনাম পৰিবেশন কৰে যদিও গাঁৱত হুঁচৰি আৰু হুৰাই ৰাণ্ডলীহে পৰিবেশন কৰাৰ নিয়ম। হুঁচৰিও প্ৰতিবছৰে গোৱা নহয়। প্ৰতি পাঁচ বা সাত বছৰৰ অন্তত দেওধনীৰ অনুমতি সাপেক্ষেহে হুঁচৰি গাব পাৰে। গাঁৱৰ বিহুতো দেউৰী ৰাইজে প্ৰতিঘৰলৈ গৈ চোতালে চোতালে বিহু মাৰে। গৃহস্থইও ৰাইজক যথোপযুক্ত সেৱা-শুশ্ৰূষা কৰে। ৰাইজক পিঠা-পনা, জা-জলপান, চুজে আদিৰে আপ্যায়ন কৰাৰ উপৰিও শৰাই অৰিহনা দি বছৰটোৰ বাবে মঙ্গল কামনা কৰি সেৱা লয়। এসপ্তাহলৈকে বিহু উদ্‌যাপন কৰাৰ পিছত দেউৰীসকলে বিহু উৰুৱা বা বিদায় জনোৱাৰ পৰম্পৰা আছে। তেওঁলোকৰ বিশ্বাস যে বিহু, হুঁচৰি আদি উৰুৱাই নিদিলে ই গাৰ পৰা এৰাই নাযায় আৰু ইয়াৰ ফলত ৰাইজৰ কৃষিকৰ্ম বা আন কামত মন নবহে। সেয়েহে যথেষ্ট নীতি-নিয়মেৰে দেওঘৰত পূজা সেৱা কৰি বিহু সামৰা হয় আৰু দেওঘৰৰ পৰা আৰম্ভ কৰি গাঁৱৰ পশ্চিম দিশলৈ গৈ জান-জুৰিৰ পাৰত ৰাইজে সন্ধিয়া পৰত বিহু উৰুৱাই থৈ আহে। জান-জুৰিৰ পাৰৰ এজোপা ওখ গছ নিৰ্বাচন কৰি লৈ তাৰ চৌপাশে সকলোৱে হাত চাপৰি আৰু তকামাৰি লৈ বিহু আৰু হুঁচৰি গাই গাই নৃত্য কৰে। মন পৰশা আৰু অত্যন্ত জাক-জমকীয়া এই অনুষ্ঠানত গাঁৱৰ ডেকা-বুঢ়া, জীয়ৰী-বোৱাৰী সকলোৱেই অংশ ল'ব পাৰে। অনুষ্ঠানৰ শেষত বিহুত ব্যৱহাৰ কৰা তকামাৰি পেলাই থৈ কোনেও পিছলৈ নোচোৱাকৈ ঘৰলৈ উভতি আহে। উভতি চালে বিহু আকৌ ঘূৰি আহিব বুলি এওঁলোকৰ বিশ্বাস।

**কাতি বিচু বা কাতি বিহু ঃ** কাতি বিচু কাতি মাহৰ সংক্ৰান্তিৰ দিনাখন আয়োজন কৰা হয়। দেউৰীসকলে কাতি বিহুত বিহু হিচাপে উদ্‌যাপন কৰাতকৈ লখিমী সবাহ হিচাপেহে উদ্‌যাপন কৰে। যিহেতু এই সময়চোৱাত পথাৰত ধানে গেৰ মেলে। গাঁৱৰ এডোখৰ ঠাইত সকলো ৰাইজ একগোট হৈ কল, পিঠা, তামোল-পাণ আদিৰে লক্ষ্মী দেৱীক আৰাধনা কৰে, যাতে শস্য ভাল হয়। দেউৰীসকলে ভড়ালত আৰু পথাৰত লক্ষ্মী দেৱী (মিলুচী)ক সন্তোষ কৰিবলৈ কুকুৰাৰ মূৰ কাটি তাৰ ৰক্ত আৰু মূৰ উৎসৰ্গ কৰে। এনেদৰে পূজা-পাতল নকৰিলে শস্যৰ উৎপাদন বৃদ্ধি নহয় বুলি এওঁলোকৰ মাজত লোকবিশ্বাস আছে। ইয়াৰোপৰি সেইদিনা সন্ধিয়া ভড়ালত আৰু শস্যৰ পথাৰত চাকি জ্বলোৱা হয়।

**মাগীয় বিচু বা মাঘ বিহু ঃ** দেউৰীসকলৰ আন এটি



অন্যতম প্ৰধান বিহু হ'ল মাঘীয় বিচু। ব'হাগীয় বিচুৰ দৰেই মাঘীয় বিচুও প্ৰথমটো দেওবাৰ বা বুধবাৰে উদ্‌যাপন কৰা হয়। দেউৰীসকলে দেওবাৰ আৰু বুধবাৰক পবিত্ৰ বাৰ বুলি গণ্য কৰে। মাঘ মাহৰ প্ৰথম দেওবাৰ বা বুধবাৰে দেওঘৰত কুকুৰা বলি দিয়া হয়। কুকুৰাৰ উপৰিও সান্দহ, কড়াইগুৰি, বিভিন্ন পিঠা-পনাও আন প্ৰসাদৰ লগত দেওশালৰ দেৱ-দেৱীৰ অৰ্থে আগবঢ়ায়। দেউৰীসকলৰ মাজত বিশ্বাস আছে যে পোনপ্ৰথমে দেৱ-দেৱতাক অৰ্পণ নকৰাকৈ বিচু জলপান মানুহে গ্ৰহণ কৰিব নেপায়। এনে কৰিলে দেৱ-দেৱতা অসন্তুষ্ট হৈ বিপদ-বিঘিনি ঘটাব পাৰে। পূজাৰ দিনা পুৱাতে সকলো উঠি নিজৰ ঘৰ-দুৱাৰ মুচি-কাচি নিজেও গা ধুই পৰিষ্কাৰ পৰিচ্ছন্নকৈ সাজ পৰিধান কৰি দেওশাললৈ নৈবেদ্য আগবঢ়াই সেৱা জনায়।

পূজা দিয়াৰ পাছৰ দিনাৰ পৰা এসপ্তাহমানলৈকে তেওঁলোকৰ গাঁওবোৰত বিহু উদ্‌যাপন কৰা হৈ থাকে। অসমৰ অন্যান্য জনগোষ্ঠীয়ে মাঘ বিহুৰ উৰুকাৰ দিনা মেজি সাজি মহা আনন্দেৰে ভোজভাত খোৱাৰ দৰে এওঁলোকেও মাঘ মাহৰ প্ৰথম বুধবাৰৰ দিনা ৰাতি ভোজ-ভাত খায় আৰু বৃহস্পতিবাৰৰ দিনা পুৱতি নিশা মেজিত জুই দেউৰীসকলে জুইক দেৱতা জ্ঞান কৰে। সেয়েহে জ্বলি থকা মেজিত এই লোকসকলে পবিত্ৰ ভাবেৰে পিঠা-পনা, কাঠআলু, মিঠাআলু, তামোল-পাণ, মাহ-প্ৰসাদ আগবঢ়াই সেৱা জনায়। মেজি জ্বলোৱাৰ দিনা ৰাতিপুৱা দেউৰীসকলে পূৰ্বপুৰুষক স্মৰণ কৰি ঘৰতে এটি পূজা অনুষ্ঠিত কৰে। এই পূজাকেই 'মিম হাৱেবোৱা' বোলা হয়। মেজি জ্বলোৱাৰ দিনাৰ পৰাই দেউৰী গাঁওবোৰত ডেকা-গাভৰু আৰু অন্যান্য সকলেও মিলিজুলি দলবদ্ধ হৈ এসপ্তাহলৈকে প্ৰত্যেকৰে ঘৰে ঘৰে বিহু নৃত্য-গীত কৰি আনন্দ-স্ফূৰ্তি কৰে। দেউৰীসকলে মাঘীয় বিহুত মানুহৰ ঘৰৰ ভিতৰতহে বিহু মাৰে। ঘৰলৈ যোৱা বিহুৱা দলক গৃহস্থই পিঠা-পনা, চাহ-জলপান, চুৰে আদিৰে আপ্যায়ন কৰে। আপ্যায়ন কৰাৰ পিছত গৃহস্থই তামোল-পাণ, টকা-পইছা, বস্ত্ৰ আদিৰে শৰাই আগবঢ়াই ৰাইজৰ পৰা আশীৰ্বাদ গ্ৰহণ কৰে। বিহু নৃত্য-গীতৰ উপৰিও এই উৎসৱত দেউৰী লোকসকলে অন্যান্য খেল ধেমালি কৰি আনন্দ কৰে। দেউৰীসকলৰ এই বিহু উৎসৱ একপ্ৰকাৰৰ মহা আনন্দৰ আৰু ভোগৰ উৎসৱ।

**অন্যান্য উৎসৱ-অনুষ্ঠান আৰু পূজা-পাতল :** ওপৰত আলোচনা কৰা জাতীয় উৎসৱ বিহুৰ বাহিৰেও মাজুলীৰ দেউৰীসকলে পালন কৰা আন কিছুমান উৎসৱ-অনুষ্ঠান আৰু পূজা-পাতল হৈছে —

**মিদিদেকৰা বা ৰাজকেবাং :** দেউৰীসকলে পালন কৰা এটা পৰম্পৰাগত ধৰ্মীয় পূজা হৈছে ৰাজকেবাং। এই পূজা ব'হাগ মাহৰ বিহু সামৰণিৰ পিছৰটো বুধবাৰে অনুষ্ঠিত কৰা হয়। ই এক ৰাজহুৱা পূজা। এই পূজা দেওশালৰ চৌহদৰ বাহিৰত পূজাৰী আৰু দেওধাইৰ সহযোগত অনুষ্ঠিত কৰা হয়। এই পূজাত ৬৪ কোটি দেৱ-দেৱীক সন্তুষ্টিৰ অৰ্থে কৰা হয়। দেৱ-দেৱীৰ সন্তুষ্টিৰ অৰ্থে তেওঁলোকে গাহৰি, কুকুৰা, হাঁহ আদি বলি দিয়ে। ইয়াৰ উপৰিও কল-পিঠা আদিও উচৰ্গা কৰা হয়। দেওঘৰৰ বাহিৰৰ এটুকুৰা নিৰ্দিষ্ট ঠাইত কলপটুৰাৰে তিনিটা ঘৰ সদৃশ পূজাৰ বেদী সাজি লোৱা হয়। ইয়াৰে মাজৰটো ডাঙৰকৈ সজা হয় আৰু কাষৰ দুটা কিছু সৰুকৈ সাজি লোৱা হয়। এই পূজাথলীতেই কেঁচা পিঠাগুৰি তৰাপাতত বান্ধি ডাঙৰ কেৰাহিত সিজাই লোৱা হয়। এই তৰাপিঠা বা 'কেৰতৌৰ উপৰিও কেঁচা কল সিজাই অন্যান্য নৈবেদ্যৰ লগত দেৱ-দেৱীলৈ উচৰ্গা কৰি পূজা আৰম্ভ কৰা হয়। প্ৰতি বছৰে আয়োজন কৰা এই পূজাৰ উদ্দেশ্য ৰাইজৰ সৰ্বতোপ্ৰকাৰৰ মঙ্গল কামনা। পূজাৰ লগত জড়িত ব্যক্তিসকলে বগা সাজপাৰ পৰিধান কৰে। এই পূজা কৰিলে কৃষিজীৱি লোকসকলৰ কৃষি উৎপাদন বৃদ্ধি আৰু পোহনীয়া জীৱ-জন্তুৰ মঙ্গল হয় বুলি বিশ্বাস। তদুপৰি এই পূজাৰ অয়োজন কৰিলে গাঁৱলৈ দেও-ভূত আদি নাহে বুলিও বিশ্বাস কৰা হয়। এই উৎসৱৰে এটা মন কৰিব লগা দিশ হ'ল অপদেৱতা খেদা পৰ্ব। গছৰ ডাল-পাতেৰে আদিম মানৱৰ দৰে সজ্জিত হৈ কিছু লোকে অপদেৱতা খেদে। এই দৃশ্য চাবলৈ অতি আনন্দদায়ক হয়। অপদেৱতা খেদিবলৈ সজ্জিত হোৱাসকলক 'বছৱা' বুলি কোৱা হয়। পূজাৰ শেষত সকলোৱে ভোজ-ভাত খায়।

**মেতুৰা পূজা :** দেউৰীসকলে উদযাপন কৰা আন এটা গুৰুত্বপূৰ্ণ পূজা হৈছে মেতুৰা পূজা। সাধাৰণতে ব'হাগ বিহুৰ তৃতীয়টো বুধবাৰে এই পূজাৰ আয়োজন কৰে। এই পূজাও ৰাজহুৱাভাবে দেওঘৰত আয়োজন কৰা হয়। এই





পূজাত দেউৰীসকলে তেওঁলোকৰ আৰাধ্য দেৱতা গিৰা-গিৰাচিৰ সন্তুষ্টিৰ অৰ্থে তথা গাঁৱৰ ৰাইজৰ লগতে দেশ আৰু দহৰ মঙ্গলাৰ্থে ৰাজহুৱাভাবে তিনিটা ছাগলী, কুকুৰা, হাঁহ, পাৰ আদি বলি দিয়ে। ৰাজহুৱাভাৱে হাঁহ, কুকুৰা ছাগলী আদি যোগাৰ কৰাৰ উপৰিও ব্যক্তিগত মঙ্গলৰ বাবেও বহু লোকে এই পূজাত ছাগলী, কুকুৰা আদি উচৰ্গা কৰে। 'মেতুৰা' শব্দৰ অৰ্থ এনেদৰে পোৱা যায় – 'মে' মানে ছাগলী আৰু 'তুৰা' মানে টোঁখাই থকা। অৰ্থাৎ ছাগলীটোলৈ দেওঘৰৰ বলিকটা বিশেষ দাখন সাজু হৈ থাকে। দেউৰীসকলৰ মাজত বিশ্বাস আছে যে পূজাত বলি হিচাপে আগবঢ়োৱা ছাগলীৰ ডিঙি একেটা যাপতে ছিগিব লাগে, তেতিয়া ৰাইজৰ মঙ্গল হয়। একে যাপতে নিছিগিলে অমঙ্গল হয় বুলি বিশ্বাস কৰা হয়। এই পূজা-সেৱাত অংশগ্ৰহণ কৰা সকলোৱে বগা সাজ পৰিধান কৰে। পূজাৰ শেষত সকলোৱে মিলি-জুলি ভোজ-ভাত খায়।

শাওণীয় পূজা ঃ দেউৰীসকলে আয়োজন কৰা আন এটি পূজা হৈছে শাওণীয় পূজা বা ন ধানৰ পূজা। কৃষিজীৱি দেউৰী লোকসকলে প্ৰতিবছৰে কৰা এটি মূল খেতি হ'ল আহুধানৰ খেতি। ফাগুণ-চ'ত মাহতে সিঁচিবলৈ আৰম্ভ কৰা আহু ধান জেঠ-আহাৰ মাহলৈ চপাই আজৰি হয়। দেউৰীসকলৰ মাজত এটি বিশ্বাস আছে যে দেৱ-দেৱীলৈ উচৰ্গা নকৰাকৈ ন চাউল খাব নেপায়। সেয়েহে তেওঁলোকে শাওন মাহৰ প্ৰথম বুধবাৰে এই পূজাৰ আয়োজন কৰি দেৱ-দেৱীৰ উদ্দেশ্যে ন চাউল আগবঢ়ায়। ন চাউলৰ লগতে ৰাজহুৱাভাৱে এটা পাঠা ছাগলী, কুকুৰা, কল, মাহ-প্ৰসাদ, পিঠা-পনা, তুলসী, টংলতি, বিভিন্ন ফলমূল আদি নৈবেদ্য হিচাপে আগবঢ়াই অনাগত দিনবোৰ যাতে শস্যৰ শ্ৰীবৃদ্ধি হয় আৰু ৰাইজেও সুখে-সন্তোষে থাকিব পাৰে তাৰেই কামনা কৰি দেৱ-দেৱীৰ ওচৰত প্ৰাৰ্থনা কৰা হয়। শাওনীয় পূজাৰ সকলো কাম-কাজ দেওঘৰৰ পূজাৰীৰ নেতৃত্বতেই পৰিচালিত হয়। এই পূজাত ব্যক্তিগত ভাবেও কুকুৰা, পাৰ, হাঁহ আদি আগবঢ়োৱা হয়। দেৱ-দেৱীক পূজা আগবঢ়োৱাৰ পাছত সমূহ ৰাইজে মিলিজুলি ভোজভাত খায়। এই পূজাৰ এটি অন্যতম বিশেষত্ব হ'ল – এই পূজা সেৱাৰ পিছত দেওঘৰৰ দুৱাৰ মাঘ বিহুলৈকে বন্ধ কৰা হয়। সেয়েহে ইয়াক 'চিপেৰে গিদুৱা' পূজা বুলিও কোৱা হয়।

এইবোৰৰ উপৰিও দেউৰী সমাজত আৰু বহু ধৰণৰ পূজা-পাতল, উৎসৱ অনুষ্ঠানৰ প্ৰচলন দেখা যায়। সমজুৱা আৰু ব্যক্তিগতভাৱে আয়োজিত এই পূজা-পাতল তথা অনুষ্ঠানবোৰে দেউৰী জনগোষ্ঠীৰ স্বকীয় বিশেষত্বসমূহক প্ৰতিফলিত কৰি ৰাখিছে লগতে অসমৰ বৈচিত্ৰময় সংস্কৃতিক অধিক প্ৰাণৱন্ত কৰি তুলিছে। কিন্তু বৰ্তমান গোলকীয়কৰণ বা বিশ্বায়নৰ প্ৰভাৱ যে এই অনুষ্ঠানবোৰত পৰা নাই তাক নুই কৰিব নোৱাৰি। বৰ্তমানৰ পৰিবৰ্তিত সময় তথা সমাজ ব্যৱস্থাত আমাৰ এই পৰম্পৰাগত সাংস্কৃতিক সমলসমূহ জীৱিত কৰি ৰখাৰ নিতান্তই প্ৰয়োজনীয়তা আছে।

**সহায়ক গ্ৰন্থ ঃ**

সূৰ্য হৃতীয়া আৰু হেমালক্ষী গগৈ ঃ [redacted] দেউৰী জনগোষ্ঠীৰ সংস্কৃতি, জনগাঁথনি আৰু ভাষা,
ভিকি পাবলিচাৰ্ছ, গুৱাহাটী, প্ৰথম প্ৰকাশ, ২০১২

বসন্ত কুমাৰ দলে (সম্পা.) ঃ অসমৰ জনগোষ্ঠী
কিৰণ প্ৰকাশন, ধেমাজি, অসম, প্ৰথম প্ৰকাশ, ২০০৭

ভম্বৰুধৰ দেউৰী ঃ দেউৰী সংস্কৃতি, শিৱসাগৰ
প্ৰথম প্ৰকাশ, ১৯৬৪

পদেশ্বৰ দেউৰী ঃ দেউৰী সংস্কৃতিৰ ইতিহাস
কিৰণ প্ৰকাশন, ধেমাজি, প্ৰথম প্ৰকাশ, জানুৱাৰী, ২০১১





# পেঞ্চিলৰ কাহিনী

কৌশাঙ্ক বৰগোহাঁই
সহকাৰী অধ্যাপক

পেঞ্চিল বুলি কোৱা এই আখৰ লিখিবপৰা বা ছবি আঁকিব পৰা ক্ষুদ্ৰ আহিলা বিধ আমাৰ সকলোৰে পৰিচিত। পেঞ্চিলৰ জৰিয়তেই প্ৰকাশিত হয় বহুজনৰ বুদ্ধিমত্তা, জ্ঞান, প্ৰতিভা আৰু আবেগ ইত্যাদি। পেনচিলেই সৃষ্টি কৰে এনে কিছুমান ছবি বা সাঁথৰ যিবোৰে হয়তো বিভিন্ন সময়ত আমাৰ অন্তৰ গহ্বৰ স্পৰ্শ কৰি চিন্তা শক্তিক প্ৰবল কৰি জীৱনৰ দিশ নিৰ্ণায়ক ৰূপে থিয় দিয়ে। পেঞ্চিলৰ দ্বাৰাই প্ৰতিফলন হোৱা ৰঙা, নীলা কিম্বা ছাই বৰণীয়া সৰু সৰু আখৰবোৰেই হয়তো কাৰোবাৰ বাবে হৈ পৰে সফলতা; কৰ্তৃত্ব কিম্বা দায়িত্ববোধ। পেঞ্চিলৰ বুকুৰেদিয়েই নিৰ্গত হোৱা সেই আঁকবোৰে বা ছবিবোৰেই হয়তো হৈ পৰে বহুজনৰ আবেগ, অনেকজনৰ বিশ্বাস নাইবা তিক্ততা। কাঠৰ ছাল পৰিধান কৰা সেই ক্ষুদ্ৰ পেঞ্চিল ডালেই নিজৰ সৰ্বোচ্চ আবেগ বোৱাই সৃষ্টি কৰে অবৰ্ণনীয় শোভা, নিজকে খহাই খহাই সৃষ্টি কৰে আনৰ বাবে সন্তুষ্টি বা তৃপ্তিৰ দীপশিখা। পেঞ্চিলৰ গুৰুত্ব কি বা কেনে তাক বহলাই কোৱাৰ নিশ্চয় প্ৰয়োজন নাই। তথাপিও প্ৰাক্ প্ৰাথমিক পৰ্যায়ৰ কনমানি শিশুটিৰ পৰা আৰম্ভ কৰি বিজ্ঞানীলৈকে কিম্বা অন্যান্য বহুজন যি বিভিন্ন কৰ্মত নিয়োজিত, সকলোৰে জীৱনত এই আহিলা বিধৰ গুৰুত্ব সঁচাই লেখত ল'বলগীয়া। যি পেঞ্চিলৰ কাহিনী এই লেখাটিত দাঙি ধৰা হৈছে, ই আচলতে এজন বিখ্যাত লেখকৰ এটি চুটি গল্পৰ আধাৰত যুগুত কৰা লেখকৰ মনৰ ভাৱ।

"The Story of the Pencil" নামৰ এই চুটি গল্পটি বিখ্যাত ব্ৰাজিলিয়ান লেখক 'পাওল' কৌৱেল' (Paulo Coelho)ৰ [redacted] ৰচিত পৃথিৱী বিখ্যাত জনপ্ৰিয় গ্ৰন্থ "Like the Flowing River" শীৰ্ষক গ্ৰন্থখনিত সন্নিবিষ্ট আছে এই চুটি গল্পটিৰ দ্বাৰা লেখকে এডাল পেঞ্চিলৰ বৈশিষ্ট্য সমূহ মনোমোহা আৰু বুদ্ধিমত্তাৰে ব্যাখ্যা কৰি জীৱন আৰু আধ্যাত্মিকতাৰ ওপৰত কিছু কথা কবলৈ প্ৰয়াস কৰিছে। এই জনপ্ৰিয় গল্পটি আচলতে এগৰাকী বুঢ়ী আইতা বা আৰু







নাতিল'ৰাৰ মাজতে হোৱা কথোপকথন। এদিন বুঢ়ী আইতাক ব্যস্ত আছিল এডাল পেঞ্চিলেৰে বগা কাগজত কিবা লিখাত। তাকে প্ৰত্যক্ষ কৰি নাতি ল'ৰাই সুধিছিল "আইতা তুমি কি লিখিছা? নিশ্চয় আমি কৰা কামৰ এটা গল্প লিখিছা, নহয়নে আইতা? নাইবা মোৰ বিষয়েই কিবা লিখা নাইতো?" তেতিয়া আইতাকে ক্ষন্তেক বৈ ক'লে "মই প্ৰকৃততে তোমাৰ বিষয়েই লিখিছো কিন্তু যিবোৰ শব্দ মই ইয়াত ব্যৱহাৰ কৰিছো বা লিখিছো তাতোতকৈ বহুত বেছি গুৰুত্বপূৰ্ণ কথাটো হ'ল এডাল পেঞ্চিল, যিডাল পেঞ্চিল মই ব্যৱহাৰ কৰি আছো। তুমি নিশ্চয় ভৱিষ্যতে এই পেঞ্চিলডাল খুব ভাল পাবা যেতিয়া তুমি ডাঙৰ হ'বা। জীৱনৰ ৰং বুজি পাবা, ত্যাগ বুজি পাবা নাইবা সময়ৰ কেকুৰিবোৰ ঘুৰিব পাৰিবা।" নাতি ল'ৰাই পেঞ্চিল ডাললৈ কৌতুহলেৰে চাই উত্তৰ দিলে যে তেওঁতো কোনো বিশেষত্ব সেই পেঞ্চিল ডালত নেদেখে। আইতাকে টপৰাই উত্তৰ দিলে যে কোনো এটা বস্তুৰ প্ৰত্যক্ষ কথাটো ব্যক্তিজনৰ নিজস্ব ভাব মূৰ্ত্তিৰ ওপৰত নাইবা চিন্তাৰ নীতিৰ ওপৰত নিৰ্ভৰ কৰে। এডাল পেঞ্চিলৰ পাঁচটা গুণ আছে, যি কেইটা গুণ আমি মনুষ্যইও যদি জীৱনত সঠিকভাৱে আহৰণ কৰিব পাৰো, নিশ্চয়কৈ প্ৰতিজনেই সদায় সুখ আৰু শান্তিৰে থাকিব পাৰিব। এনে ধৰণেৰে আইতাকে নাতি ল'ৰাক জীৱন দৰ্শনৰ কথা কৈ কিছু জ্ঞানৰ বন্তি জ্বলাবলৈ চেষ্টা কৰিলে।

এডাল পেঞ্চিলৰ প্ৰথম গুণটো হ'ল যে ই যিমানেই সুন্দৰ সৃষ্টি নকৰক কিয়, প্ৰকৃতাৰ্থত পেঞ্চিল ডাল হাতৰ নিৰ্দেশনাৰ ওপৰত নিৰ্ভৰ কৰে। পেঞ্চিলৰ সৃষ্টিবোৰ অতি সুন্দৰ, মধুৰতম। কিন্তু হাতৰ যি সহায় তাক কিন্তু কেতিয়াও নুই কৰিব নোৱাৰি। একেধৰণেৰে আমাৰ জীৱনত আমি মনুষ্যই যি কোনো কাম কৰিব পাৰো, যি কোনো চিন্তা মনত আনিব পাৰো নাইবা নানা সৃষ্টি সাধিব পাৰো, কিন্তু সকলো বোৰৰ মালিক হ'ল পৰম পিতা পৰমেশ্বৰ তেওঁৰ ইচ্ছাৰ বিৰুদ্ধে কোনো কাম, চিন্তা সামিচিন নহয়। সেয়েহে যদিও আমি নিজস্ব কৰ্ম দক্ষতাৰ মালিক, তথাপিও সেই অদৃশ্য জনক কেতিয়াও আওকাণ কৰা অনুচিত।

পেঞ্চিলৰ দ্বিতীয়টো বৈশিষ্ট্য হ'ল ইয়াক বেচি তীক্ষ্ণ বা চোকা বা জোঙা কৰিবৰ বাবে এটা ক্ষুদ্ৰ যন্ত্ৰ ব্যৱহাৰ কৰা হয়, যাক আমি ইংৰাজীত Sharpner বুলি কওঁ, অৰ্থাৎ পেঞ্চিল জোঙা কৰা আহিলা। এই আহিলা বিধ ব্যৱহাৰ কৰোতে পেঞ্চিল ডালৰ অঙ্গক্ষয় কৰিবলগীয়া হয় অৰ্থাৎ পেঞ্চিলৰ আগটো (জোঙা অংশটো) যন্ত্ৰটিত সোমোৱাই বিশেষ ধৰণেৰে ঘূৰাব লগীয়া হয়। এনে কৰিলে পেঞ্চিল ডালৰ অলপ অংশ ক্ষয় কৰিবলগীয়াও হয়, অৰ্থাৎ সাহিত্যৰ ভাষাত যদি কওঁ তেনেহ'লে পেঞ্চিল ডালে বহু দুখ-কষ্ট স্বীকাৰ কৰিবলগীয়া হয়। কিন্তু তাৰ পিছতেই পেঞ্চিল ডালে অধিক তীক্ষ্ণতাৰে আৰু বুদ্ধিমতাৰে কাম কৰিব পাৰে আৰু ই অধিক কাৰ্যাক্ষম হৈ পৰে, ইয়াৰ সৃষ্টিবোৰে আনক সন্তুষ্টি প্ৰদান কৰিব পাৰে। সেয়েহে আমি যদি জীৱনৰ আত ধৰি কওঁ, নিশ্চয়কৈ মনুষ্যৰ জীৱনটো বহু দুখ-কষ্টৰে ভৰা। নিজকে দক্ষ আৰু সফল কৰি চলিবলৈ আমি মানুহবোৰেও বিভিন্ন ধুমুহা, খলা-বমা অতিক্ৰম কৰিবলগীয়া হয়। এইবোৰ সময়ৰ আহ্বানত যুঁজ কৰোতে হয়তো বহুজনে অশেষ ত্যাগ আৰু আবেগৰ জলাঞ্জলি দিবলগীয়া হয়। তথাপিও আমি কিন্তু হাৰ মানিলে নহ'ব। এনে অভিজ্ঞতাই আমাক অধিক শক্তিশালী আৰু কৰ্ম নিপুন কৰাত সহায় কৰে। হয়তো কেতিয়াবা এনে - অভিজ্ঞতাই আমাক সফলতাৰ দিশলৈ লৈ যোৱাত সহায় কৰে নাইবা সমাজৰ এজন গুণী ব্যক্তি হিচাপে প্ৰতিষ্ঠিত কৰাত সহায় কৰিব পাৰে। ইংৰাজীত এষাৰ কথা আছে 'There is light every water the dark.' এতিয়া আহো পেঞ্চিলৰ তৃতীয়টো গুণলৈ যিটো গুণে নিশ্চয়কৈ আমাৰ নৈতিকতাৰ দিশটোকেই আঙুলিয়াই দিয়ে। এডাল পেঞ্চিলৰ ব্যৱহাৰৰ লগতে সদায় সাঙুৰ খাই থাকে এডাল ৰবৰৰ কথা। ৰবৰ নামৰ এই কোমল আহিলা বিধ ব্যৱহাৰ কৰি পেঞ্চিলৰ ভুল-ত্ৰুটি সমূহ শুধৰণি কৰা হয়। ৰবৰে যদিও পেঞ্চিলৰ সৃষ্টি কৰা বিষয় বা ছবি সমূহ মোহাৰি পেলাই তথাপিও পেঞ্চিলৰ অন্তৰ আত্মাত আঘাত নালাগে। পেঞ্চিলৰ সেয়েই হৈছে মহৎ নৈতিকতা। ঠিক তেনেদৰে আমাৰ জীৱনটো বিভিন্ন সময়ত বা পৰিস্থিতিত ভুল-ত্ৰুটি হ'ব পাৰে, আমি নজনাকৈয়ে বা অনিচ্ছাকৃতভাৱে হ'লেও অনাকাংক্ষিত কাম কৰিবলগীয়া হ'ব পাৰে যাৰ বাবে সমাজ, জীৱন আৰু সৃষ্টিৰ গাঠনিত কিছু ক্ষতি হ'ব পাৰে। গতিকে ডাঙৰ কথাটো হ'ল যে আমি কিমান দায়িত্বশীল? অনুভৱ কৰিব পৰা বা পুনৰ মূল্যায়ন কৰাৰ মানসিকতা আছেনে আমাৰ? যদি আমি নৈতিকতাৰ আদৰ্শৰে পৰিচালিত হওঁ

*প্ৰত্যেক ব্যক্তিৰে নিজৰ মাজত কিছুমান গুণ আছে যিবোৰ হয়তো কেতিয়াবা কাৰোবাৰ বাহ্যিক জগতত প্ৰকাশ পায় বা কাৰোবাৰ প্ৰকাশ নাপায়। গতিকে ব্যক্তিজনৰ ব্যক্তিত্বৰ ওপৰত তেওঁৰ অৰ্ন্তঃনিহিত গুণ সমূহ নজনাকৈ মতামত ডাঙি ধৰাতো অনুচিত। ঠিক তেনেদৰে বাহিৰৰ পৰা বা দূৰৰ পৰা লক্ষ্য কৰিয়েই যিকোনো পৰিস্থিতি সম্পৰ্কে কথা কোৱা অনুচিত। যিহেতু তাত বিভিন্ন দিশ জড়িত হৈ থাকোতো অতি স্বাভাৱিক। পানীৰ বৰণ সেউজীয়া বা নদীখন গহীন হ'ব পাৰে কিন্তু পানী তলৰ বা পানীৰ তলৰ সোঁতৰ প্ৰাবল্যতাৰ বিষয়ে উমান লোৱা সহজ নহয়। কেতিয়াবা হয়তো দেখাত অতি সাধাৰণ ব্যক্তি এজনে অসাধাৰণ এটা কামো সাধন কৰিব পাৰে।*

তেন্তে নিশ্চয়কৈ প্ৰতিজনেই আমাৰ দ্বাৰা হৈ অহা ভুল সমূহ শুধৰণি কৰিবলৈ চেষ্টা কৰিম। নিজৰ সমালোচনা আৰু নিজ কৰ্মৰ পৰ্য্যালোচন' কৰাটো আমাৰ বাবে হৈ পৰিব অত্যন্ত গভীৰ দায়িত্ব। সেয়েহে হৈ পৰিব আমাৰ নৈতিকতাবোধৰ পৰিচয় আৰু এই পৰিচয়েই আমাক সফল আৰু জ্ঞানী ব্যক্তি হোৱাত নিশ্চয়ে সহায় কৰিব। পাউলৈ কৰেলে (Paulo Coelho)ৰ এই চুটি গল্পটোত উল্লেখিত পেঞ্চিলৰ সম্পৰ্কিত আন এটা গুৰুত্বপূৰ্ণ দিশ হ'ল যে পেঞ্চিলৰ প্ৰতিটো খোঁচ বা আঁকে অবিৰত ভাবে এৰি থৈ যায় এক চিহ্ন। বাস্তৱ জীৱনত এনে চিহ্ন সমূহৰ দ্বাৰাই সৃষ্টি হয় বিভিন্ন ধাৰণা, ভাব আৰু উচিত-অনুচিত বহু কথা। এবাৰ উকা কাগজত পেঞ্চিলৰ পৰশ পোৱাৰ লগে লগেই এৰি থৈ যায় প্ৰত্যাশিত বা অপ্ৰত্যাশিত বহু চিহ্ন যিবোৰ সমাজ জীৱনৰ গাঠনিৰ পৰিপূৰক কাৰক নহ'বও পাৰে। পেঞ্চিল ডালৰ দৰে আমাৰ জীৱনৰ কাম-কাজ সমূহেও বিভিন্ন চিহ্ন বা পৰিচয়ৰ বাহক নিশ্চয়কৈ এৰি থৈ যায়। সেয়েহে আমি মনুষ্যই বিভিন্ন পৰিস্থিতিত কৰিবলগীয়া বা এৰিবলগীয়া বাক্যবাণৰ ওপৰত বিশেষ সতৰ্কতা অৱলম্বন কৰাটো উচিত। যিকোনো এটা কাম বা কথা কোৱাৰ আগত বহুবাৰ ভবাৰ একান্ত প্ৰয়োজন কাৰণ এবাৰ সময় পাৰ হৈ যোৱাৰ পিছত তাক ঘূৰাই অনাৰ বা শুধৰণি কৰাৰ সময় হাতত নাথাকিব। আমি কৰা কামৰ বাবে হয়তো সমাজৰ বা যি কোনো ব্যক্তিৰ যথেষ্ট ক্ষতি হ'ব পাৰে। ভুল-ত্ৰুটি হৈ যোৱাৰ পিছত অন্তৰ্দগ্ধ হৈ থকাতকৈ আগতেই কৰিবলগীয়া কামৰ ওপৰত পৰ্য্যালোচনা কৰিলে নিশ্চয় ক্ষতিৰ একো উৎস নাই।

এতিয়া আহিছো পেঞ্চিলৰ অন্তিমটো বৈশিষ্ট্য যিটো আমাৰ জীৱনৰ প্ৰতিটো খোজৰ অত্যন্ত আৱশ্যকীয় কথা। দেখাত পেঞ্চিল ডালৰ ওপৰভাগ কাঠৰ কিন্তু প্ৰকৃতাৰ্থত আঁক দিয়া পদাৰ্থ বিধ হৈছে 'গ্ৰেফাইট' যিটো পদাৰ্থ ইয়াৰ ভিতৰ ভাগত সোমাই থাকে। যদিও পেঞ্চিল ডাল কাঠৰ ছাল পৰিধান কৰা এবিধ অতি সাধাৰণ আহিলা ইয়াৰ কিন্তু প্ৰকৃত প্ৰয়োজনীয় পদাৰ্থ বিধ ভিতৰতহে সোমাই থাকে। বাহিৰৰ পৰা লক্ষ্য কৰিলে ইয়াৰ কাঠৰ আৱৰণটোহে চকুত পৰে কিন্তু জনা দৰকাৰ যে ভিতৰত থকা ক'লা বৰণৰ গ্ৰেফাইট পদাৰ্থ বিধহে আচলতে কামৰ বাবে ব্যৱহৃত। সেই গ্ৰেফাইট নামৰ পদাৰ্থ বিধৰ অবিহনে পেঞ্চিল ডাল অ-কাৰ্যক্ষম নাইবা অপ্ৰয়োজনীয়। এই গুৰুত্বপূৰ্ণ কথাটো যদি আমি আমাৰ জীৱনৰ লগত সংগতি ৰাখি চিন্তা কৰোঁ তেতিয়া এটা কথা স্পষ্ট হয় যে এজন ব্যক্তিক তেওঁৰ বাহ্যিকতা চাই বা তেওঁৰ অৰ্ন্তনিহিত গুণ সমূহক আওকাণ কৰি যদি তেওঁৰ ওপৰত কোনো মতামত দিবলগীয়া হয় তেন্তে ই নিশ্চয় ভুল হ'ব। প্ৰত্যেক ব্যক্তিৰে নিজৰ মাজত কিছুমান গুণ আছে যিবোৰ হয়তো কেতিয়াবা কাৰোবাৰ বাহ্যিক জগতত প্ৰকাশ পায় বা কাৰোবাৰ প্ৰকাশ নাপায়। গতিকে ব্যক্তিজনৰ ব্যক্তিত্বৰ ওপৰত তেওঁৰ অৰ্ন্তঃনিহিত গুণ সমূহ নজনাকৈ মতামত ডাঙি ধৰাতো অনুচিত। ঠিক তেনেদৰে বাহিৰৰ পৰা বা দূৰৰ পৰা লক্ষ্য কৰিয়েই যিকোনো পৰিস্থিতি সম্পৰ্কে কথা কোৱা অনুচিত। যিহেতু তাত বিভিন্ন দিশ জড়িত হৈ থাকোতো অতি স্বাভাৱিক। পানীৰ বৰণ সেউজীয়া বা নদীখন গহীন হ'ব পাৰে কিন্তু পানী তলৰ বা পানীৰ তলৰ সোঁতৰ প্ৰাবল্যতাৰ বিষয়ে উমান লোৱা সহজ নহয়। কেতিয়াবা হয়তো দেখাত অতি সাধাৰণ ব্যক্তি এজনে অসাধাৰণ এটা কামো সাধন কৰিব পাৰে। ঠিক একে ধৰণে বাহ্যিকতাৰ জয় গান গাই থকা এজন ব্যক্তি হয়তো এটা সাধাৰণ কামৰ বাবেও উপযুক্ত নহ'ব পাৰে। সেয়েহে পেঞ্চিলৰ কাহিনীৰ পৰা এটা কথা শিকিব পাৰি যে বাহ্যিকতাতকৈ ভিতৰৰ অৰ্ন্তঃনিহিত গুণ





সমূহে এজন ব্যক্তিক প্ৰকৃত পৰিচয় দিব পাৰে।

এই 'পেঞ্চিলৰ কাহিনী' নামৰ লেখাটিত যি কেইটা কথা এডাল ক্ষুদ্ৰ পেঞ্চিলৰ বিষয়ে ব্যাখ্যা কৰা হ'ল সেই কেইটা আমাৰ জীৱনত সদায়ে বা প্ৰতিটো পদক্ষেপতেই দৰকাৰী কথা। যি সকলে নিজৰ জীৱনটো ওপৰত ব্যাখ্যা কৰা ধৰণে আগবঢ়াই নিব পাৰিছে নিশ্চয় সেই সকলে এটি অতি সুন্দৰ জীৱন লাভ কৰিবলৈ সক্ষম হৈছে। আমাৰ জীৱনত বিভিন্ন ধৰণৰ ওখ চাপৰ বা প্ৰত্যাহ্বান থকাতো স্বাভাৱিক, এই প্ৰত্যাহ্বান সমূহ সাহসেৰে সন্মুখীন হোৱাতো, নিজৰ স্থিতিত সবল হৈ উপযুক্ত সিদ্ধান্ত গ্ৰহণ কৰাতোহে বেছি দৰকাৰী কথা। প্ৰত্যেক ব্যক্তিৰে নিজৰ এটা মূল্য আৰু স্থান আছে, গতিকে উপযুক্ত কৰ্মৰ দ্বাৰা সেই স্থান নিৰ্ণয় কৰাতো প্ৰয়োজনীয়। এই লেখাটি যিটো বিখ্যাত চুটি গল্পৰ আধাৰত প্ৰস্তুত কৰা হৈছে সেই চুটি গল্পটোৰ বচক 'পাউল কৱেল'ৰ (Paulo Coelho) বিষয়ে দুআষাৰ নিলিখিলে লেখাটি সম্পূৰ্ণ হৈ নুঠিব। পাউল কৱেল'ৰ জন্ম হৈছিল ১৯৪৭ চনৰ ১৮ আগষ্টত ব্ৰাজিলৰ এখন বিখ্যাত চহৰ বিৰ্ড-দে-জেনেৰিৰ্ডত। সাহিত্যিক ৰূপে চিনাকি হোৱাৰ আগত তেওঁ ভ্ৰাম্যমান থিয়েটাৰত কাম কৰিছিল। অৱশ্যে তেতিয়াৰে পৰা তেওঁ নাট পৰিচালনা কৰা, গান লিখা, গানৰ সুৰ দিয়া, অভিনয় কৰা আৰু সময় পালে সাংবাদিকতা কৰা কামত নিজকে নিয়োজিত কৰিছিল। বাল্যকালত তেওঁৰ পিতৃ-মাতৃয়ে বিচাৰিছিল তেওঁ এজন অভিযন্তা হওক কিন্তু সেইটো হৈ নুঠিল। ৩৮ বছৰ বয়সত যেতিয়া তেওঁ স্পেইন ভ্ৰমণ কৰিছিল তেতিয়াই কৱেল'ৰ জীৱনত সেই আধ্যাত্মিকতাৰ জাগৰণ হৈছিল আৰু সেই জাগৰণৰ ফলতেই হয়তো সমগ্ৰ বিশ্বতেই তেওঁ এজন সৰ্বকালৰ শ্ৰেষ্ঠ লেখক ৰূপে চিনাকী দিবলৈ সক্ষম হৈছে। তেওঁৰ জীৱনৰ এই পৰিবৰ্তন আৰু আধ্যাত্মিক জাগৰণৰ বিষয়ে জীৱন দৰ্শনৰ সবিশেষ তেওঁৰ প্ৰথমখন গ্ৰন্থ "The Pilgri Mage"ত প্ৰকাশ কৰিছে। অতি কম সময়ৰ ভিতৰত গ্ৰন্থখনিয়ে তেওঁক সাহিত্যিক ৰূপে জনপ্ৰিয়তা দিলে। তেওঁৰ আনখন বিশ্ব বিখ্যাত গ্ৰন্থ 'Alchemist' (দ্বিতীয় গ্ৰন্থ) প্ৰকাশ পাইছিল ১৯৮৮ চনত। এই গ্ৰন্থখনিয়েও অতি কম সময়ৰ ভিতৰতেই বিশ্বত সৰ্বাধিক (more than 35 million copies) বিক্ৰী হোৱা ব্ৰাজিলিয়ান গ্ৰন্থ হিচাপে স্বীকৃতি পালে। তেওঁৰ অন্যান্য বিখ্যাত গ্ৰন্থসমূহৰ ভিতৰত কেইখনমান হ'ল Hell Archieves, Alchemist, like the Flowing River, Eleven Minutes, The Fift Mountain, Beronica decides to die, etc. ১৯৯৯ চনত ফ্ৰান্স চৰকাৰে তেওঁক সৰ্বোচ্চ সাহিত্যিক বঁটা "Chevalier del order National dela Legion d' Honneur" [redacted] কৰিছিল। ২০০৭ চনৰ চেপ্তেম্বৰৰ পৰা তেওঁ যুক্তৰাষ্ট্ৰৰ 'Messenger of Peace' ৰূপে স্বীকৃতি লাভ কৰিছে।

এই লেখাটিত উল্লেখ কৰা 'The story of Pencil' [redacted] চুটি গল্পটি Paulor Codhoৰ 'Like the Folowing River' নামৰ কিতাপ খনৰ পৰা অনা হৈছে। এই গ্ৰন্থখনি ২৬ মিলিয়ন পাঠকৰ মাজত সমাদৰ লাভ কৰিছে। বাৰু যি কি নহওক চুটি গল্পটোৰ জৰিয়তে জীৱন দৰ্শনৰ বিষয়ে বহু কথাৰে আলোচনা আগবঢ়োৱা হ'ল। এই আটাইবোৰ কথাৰে যদি আমাবোৰৰ জীৱনত যোগাত্মক দিশত প্ৰয়োগ হয়, নিশ্চয় সকলোৰে জীৱন সাৰ্থক আৰু মঙ্গলময় হ'ব। লেখাটিৰ জৰিয়তে পাঠকৰ জীৱনৰ সুখ-শান্তি আৰু মঙ্গল কামনা কৰা হ'ল।



# কি যে আমাৰ বিচিত্ৰ জীৱন

পংকজজ্যোতি হাজৰিকা
সহকাৰী অধ্যাপক, অৰ্থনীতি বিভাগ

এই যে আমাৰ মহামূল্য জীৱনটো কেতিয়াবা ঘটক কৰিব আৰু তাৰ পাছত শেষ .....। এটা সময়ত গাব কাপোৰ কেইটাও খুলি পেলাব আৰু শেষ সংকাৰৰ বাবে শ্মশানলৈ লৈ যাব। শেষত মাটিৰ মানুহ মাটিতেই বিলীন ......।

মানুহৰ জীৱনটো এডাল উৰ্ধমুখী লতাৰ দৰে। এই লতাডাল লহপহকৈ বাঢ়ি যায় আৰু এটা সময়ত উৰ্ধমুখী লতাডাল নিম্নমুখী হৈ শেষ হৈ যায়.....। কি যে বিচিত্ৰ এই মানৱ জীৱন......।

এই বিচিত্ৰ মনৰ জীৱনত আমি সকলো মায়াত বন্দী। মায়াৰ নাগপাশেৰে আমাৰ সকলোকে বান্ধি ৰাখিছে। খন্তেকীয়া জীৱনত আমি জীৱন নাটৰ অভিনয়ত ব্যস্ত...। জীৱন নাটৰ শেষ হ'ব মায়াও নোহোৱা হ'ব। এই যে জীৱনৰ [redacted] সত্যটো আমি সকলোৱে জানো। তথাপিও আমাৰ গৰ্ব আৰু অহংকাৰৰ সীমা নাই। আমাক লাগে আৰু লাগে....। আৰু পোৱাৰ পাছে পাছে আমি হাবুডুবু খাই ফুৰো। পোৱাৰ পাছতো আৰু পাবৰ বাবে আমি ব্যাকুল হৈ পৰোঁ।

এই পৃথিৱীত আমাক নালাগেনো কি? বহুত পাবৰ মন যায়। কিছুমানে বিচাৰে পৃথিৱীৰ আটাইতকৈ ঐশ্বৰ্যশালী হ'বলৈ, কিছুমানে বিচাৰে কেনেকৈ দুবেলা দুমুঠি খাই জীয়াই থাকিব পাৰে। আৰু আমি অৰ্থাৎ মধ্যবিত্ত সকলে বিচাৰো এটা সুন্দৰ ঘৰ, এখন বিলাসী গাড়ী আৰু সন্তোষজনক বেংক বেলেঞ্চ।

বৰ্তমান বিশ্বায়নৰ মুক্ত পৃথিৱীত আমাৰ মধ্যবিত্ত সকলৰ অভাৱৰ মাত্ৰা দিনে দিনে বাঢ়ি গৈছে। মধ্যবিত্ত সকলৰ মাজত অঘোষিত প্ৰতিযোগিতা হৈছে। যিমানে জীৱন ধাৰণৰ মানদণ্ড উন্নত হৈছে সিমানে প্ৰয়োজনৰ সংখ্যাও সাংঘাটিকভাৱে বাঢ়ি গৈছে। মাহিলী উপাৰ্জনৰ টকাখিনিয়ে জোৰা মাৰিব নোৱাৰা অৱস্থা। প্ৰয়োজন পূৰাবৰ বাবে আমি আশ্ৰয় ল'ব লগা হৈছে বিভিন্ন চবকাৰী বেচৰকাৰী বিত্তীয় প্ৰতিষ্ঠানত। ফলত প্ৰত্যেক মাহত যথেষ্ট সংখ্যক টকা কিস্তি হিচাপে পৰিশোধ কৰিব লগা হয়। মাহটো চলিবলৈ ধনৰ নাটনি হয়। প্ৰত্যেক মাহতে ঋণৰ কিস্তি দি হমুনিয়া কাঢ়ো। তথাপিটো শেষ নহয় আমাৰ অভাৱ।

আমাৰ দৈনন্দিন জীৱনত বহু প্ৰয়োজন বা অভাৱ আছে সঁচা, কিন্তু সেই বুলিয়েই আমি সকলোবোৰ অভাৱ পূৰণ কৰিব লাগিব নেকি? আমি কোনবোৰ অভাৱ পূৰণ কৰাত [redacted] দিছো? অথবা, অপ্ৰয়োজন অৰ্থাৎ যিবোৰ নহ'লেও আমাৰ দৈনন্দিন জীৱনত কোনো বাধা নহয় তেনেবোৰক লৈ আমি ব্যস্ত। উদাহৰণ স্বৰূপে আজিকালি আমি অধিক মধ্যবিত্ত বুলি জাহিৰ কৰিবলৈ একোটা পৰিয়ালতে দুখন, তিনিখন গাড়ী লওঁ। এখন বজাৰ সমাৰৰ বাবে আৰু আনখন পোছাকী গাড়ী। অৰ্থাৎ বিয়া, পাৰ্টী ইত্যাদিত ব্যৱহাৰৰ বাবে। কিছু পৰিয়ালত পত্নী আৰু ল'ৰা-ছোৱালীও বেলেগ বেলেগ মটৰ গাড়ী। এইবোৰ দেখাবলৈ যাওঁতে আমাক বহু টকাৰ প্ৰয়োজন হৈছে। প্ৰয়োজনীয় টকাখিনি আমাৰ মাহিলী উপাৰ্জনৰ পথা নাহে। সেইবাবে হয়তু আমি আশ্ৰয় ল'ব লগা হয় বাহিৰা টকাৰ ওপৰত। বাহিৰা টকা মানে কিছুমানে অফিচৰ টেবুলৰ তলেদি লোৱা, কিছুমানে দেখাই লোৱা আৰু আন কিছুমানে নিজৰ বৃত্তিৰ প্ৰকৃত মনোনিবেশ নিদি অন্য আনুসংগীক উপাৰ্জনৰ পথ বাছি লোৱা। এনেবোৰ ব্যৱস্থাই আমাৰ সমাজখনক দূষিত কৰিছে। এই দূষিত বিষ বাষ্পই আমাক বেঢ়ি ধৰিছে আৰু আমি এই বিষ বাষ্পৰ মাজত অভ্যস্ত হৈ পৰিছো। এনেকৈয়ে আমাৰ সমাজখন মুখৰ পৰা গেলিব ধৰিছে। এইটো এটা মাত্ৰ উদাহৰণহে দাঙি ধৰিছো।





*আমাৰ প্ৰত্যেকৰে একোখনকৈ ঘৰ আছে। মা-দেউতা, ভাইতি-ভণ্টি, দাদা-বাইদেউ ইত্যাদি। আমি প্ৰত্যেক প্ৰত্যেকৰ ওচৰত দায়বদ্ধ হোৱা উচিত। মা-দেউতাক লালন-পালন কৰাটো সতি-সন্ততি সকলৰ কৰ্তব্য। কিন্তু আমি বেছিভাগেই কৰো কি? কৰ্তব্য দোহাই দি মা-দেউতাৰ বাবে মাহেকীয়া বা বছেৰেকীয়া হিচাপত কেইটামান টকা দি দায়িত্ব সামৰিছো। বুঢ়া-বুঢ়ী মানুহ আমাৰ লগত থাকিব নোৱাৰে বুলি বন্ধু-বৰ্গই সুধিলে কওঁ। কিন্তু বুকুৰ মাজত এক অনামী বিষে সঘনাই কষ্ট দিয়ে। কৰিবলৈও উপায় নাই, পৰিস্থিতিয়ে নিদিয়ে মা-দেউতাক লগত ৰাখিবলৈ। মা-দেউতাৰ প্ৰতি থকা দায়িত্ব বা কৰ্তব্য আমি এইদৰেই পালন কৰিছো।*

আমি বহু কষ্ট আৰু পৰিয়ালৰ বহু ত্যাগৰ অন্তত এটা চাকৰি পাইছো। আমাৰ উদ্দেশ্য আছিল এটা চাকৰি পালে পৰিয়ালটো তথা ঘৰখনলৈ এক স্বচ্ছতা আহিব কেতিয়াবা আত্মীয়-স্বজনক কিবা এটা উপকাৰ কৰিব পাৰিম আৰু আমি বাস কৰা সমাজখনলৈ সামান্য উপকাৰ হ'ব। কিন্তু বাস্তৱত সেয়া হৈছেনে? অপ্ৰিয় হ'লেও সঁচা কথা চাকৰিটো পোৱাৰ লগে লগে আমি আত্মকেন্দ্ৰিক হৈ পৰিছো। আমাৰ মা-দেউতা, দাদা-ভাইটি, আত্মীয়-স্বজন, শুভাকাংক্ষী সকলোকে এটা নিৰ্দিষ্ট বিন্দুত ৰাখি আমি আন এটা চেপ যʼনত অৱস্থান কৰিবলৈ লৈছো। কাৰণ চাকৰিটো পোৱাৰ লগে লগে আমি আৰ্থিক নিৰাপত্তা লাভ কৰিলো আৰু মধ্যবিত্ত শ্ৰেণীত অন্তৰ্ভুক্ত হ'লো।

আমাৰ জীৱন নিৰ্বাহ, শিক্ষা, সামাজিক চাল-চলন আদি সকলোতে মধ্যবিত্তৰ চিন। ঘৰ, গাঁও, আত্মীয়-স্বজনক এৰি আমি এখন ভদ্ৰলোকৰ সমাজত বাস কৰিছো। সুন্দৰভাৱে একোটা ঘৰ বনাইছো, চাৰিওফালে ওখ পকী বেৰা মাৰিছো। যিমান পাৰো সিমান ৰাস্তাফালে ঠেলি বাউণ্ডেৰীটো আহল-বহল কৰিছো। নিজৰ সুবিধাৰ বাবে আনৰ অসুবিধাৰ সৃষ্টিত কিন্তু তিলমানো গুৰুত্ব দিয়া নাই। আচ্যৰত্ত সাজ-পোছাক পৰিধান কৰি নামী-দামী গাড়ী লৈ সমুখৰ ৰাস্তাইদি সঘনে আহ-যাহ কৰোঁ। সমুখৰ ৰাস্তাটোত আৱৰ্জনাই ভৰ্তি হৈ থাকিলেও অকণমান পৰিষ্কাৰ কৰিবলৈ বা কৰাবলৈ আমাৰ সময়ৰ অভাৱ। অথবা আমাৰ দায়িত্ব জ্ঞানৰ অভাৱ। কিন্তু ভদ্ৰলোক হিচাপে আমি সমাজত বুকু ফিণ্ডাই ফুৰো। তথাকথিত ভদ্ৰলোকৰ সমাজত বাস কৰি আমি প্ৰকৃততে ভদ্ৰলোক হৈছোনে? অথবা বাহ্যিকতা তথা সাজ-পোছাকৰ মাজতেই আমাৰ ভদ্ৰলোকৰ চৰিত্ৰটো ৰাখিছো? আমাৰ মধ্যবিত্ত সমাজৰ ভদ্ৰলোক সকল বেছি ভাগেই ভিন্ন চৰিত্ৰ সমাজত ডাঙৰ ডাঙৰ বক্তৃতা ফুলজাৰি মৰাটো আমাৰ কিছু ভদ্ৰলোকৰ অভ্যাস। লোকক উপদেশ দিয়াটো আমাৰ কৰ্তব্য। কিন্তু কাৰ্যত নিজে হ'লে একোৱে নকৰে। কিছুৱে আকৌ আনক সমালোচনা কৰাত ব্যস্ত। কিন্তু সেই ভিন্ন চৰিত্ৰ ভদ্ৰলোকসকলে ৰাতি [illegible] [illegible] সমুখৰ পথতে পলিথিনৰ সৈতে জাবৰ টোপোলাটো দলিয়াই দিয়াটো নিয়মিত কৰ্তব্য। আকৌ সেই ভদ্ৰলোকজনেই দিনৰ পোহৰত হাতত ঝাৰু লৈ স্বচ্ছ ভাৰত অভিযানত পথত ঝাৰু দিয়া নাটকত ভাল অভিনয় কৰে। পথত ঝাৰু দিয়েই স্বচ্ছ ভাৰত গঢ়ি তুলিব পাৰিবনে? যদিহে মগজুৰ ভিতৰত [illegible] গেলা-পচা আৱৰ্জনাসমূহ আঁতৰাব নোৱাৰে....!

আমাৰ প্ৰত্যেকৰে একোখনকৈ ঘৰ আছে। মা-দেউতা, ভাইতি-ভণ্টি, দাদা-বাইদেউ ইত্যাদি। আমি প্ৰত্যেক প্ৰত্যেকৰ ওচৰত দায়বদ্ধ হোৱা উচিত। মা-দেউতাক লালন-পালন কৰাটো সতি-সন্ততি সকলৰ কৰ্তব্য। কিন্তু আমি বেছিভাগেই কৰো কি? কৰ্তব্য দোহাই দি মা-দেউতাৰ বাবে মাহেকীয়া বা বছেৰেকীয়া হিচাপত কেইটামান টকা দি দায়িত্ব সামৰিছো। বুঢ়া-বুঢ়ী মানুহ আমাৰ লগত থাকিব নোৱাৰে বুলি বন্ধু-বৰ্গই সুধিলে কওঁ। কিন্তু বুকুৰ মাজত এক অনামী বিষে সঘনাই কষ্ট দিয়ে। কৰিবলৈও উপায় নাই, পৰিস্থিতিয়ে নিদিয়ে মা-দেউতাক লগত ৰাখিবলৈ। মা-দেউতাৰ প্ৰতি থকা দায়িত্ব বা কৰ্তব্য আমি এইদৰেই পালন কৰিছো।

বৰ্তমান আমি বৰ ব্যস্ত। আমাৰ একেবাৰেই সময় নাই। শ্ৰীমতী ৰাতিপুৱাই যাব লাগে, ল'ৰা-ছোৱালী কেইটাক পুৱাই স্কুললৈ পঠাব লাগে। নিজেও সময় মতে যাব লাগে। তাৰ মাজে মাজে বন্ধু-বৰ্গৰ বাৰ্থদে, মেৰেজ এনিভাৰচেৰি, বিয়া





আদি অনুষ্ঠানবোৰৰ নিমন্ত্ৰণ। এই অনুষ্ঠানবোৰত অংশ গ্ৰহণ কৰিব লাগিব। নহ'লে বন্ধুবৰ্গই বেয়া পাব। সেয়েহে ৰাতি এপৰলৈকে থাকি হ'লেও অনুষ্ঠানত ভাগ ল'বলৈ আমি যেনে তেনে সময় উলিয়াব পাৰো। কিন্তু আমাৰ নামঘৰ, মন্দিৰ আদিত যদি কিবা এটা মংগলজনক অনুষ্ঠান অনুষ্ঠিত কৰা হয় তাত কিন্তু আমাৰ অংশগ্ৰহণ কৰিবলৈ সময় নহয়। নামঘৰ বা মন্দিৰত অনুষ্ঠিত হোৱা ভাওনা এখন চাবলৈ আমাৰ মন নাযায়, বৰ .. ৰ'ৰ লাগে বুলি কওঁ। কিন্তু ঘন্টাৰ পাছত ঘন্টা টি.ভি.টোৰ আগত বহি আধুনিক বিশ্বৰ বিচিত্ৰধৰ্মী ধাৰাবাহিকবোৰ উপভোগ কৰি আমি বৰ মজা পাওঁ। এয়াই আমাৰ আধুনিক মনৰ উন্নত মানসিকতা ......... এয়াই আমাৰ আজিকালি তথাকথিত মধ্যবিত্ত ভদ্ৰলোকৰ জীৱন গাথা।

আমাৰ বিচিত্ৰ জীৱন কাহিনীৰ অভাৱ নাই। আমি যিমানেই উন্নতিৰ আৰু সভ্যতাৰ শীৰ্ষ পৰ্যায়লৈ ধাৱমান হৈছো সিমানেই আমাৰ মানসিকতা নিম্ন পৰ্যায়লৈহে গতি কৰিছে। আমি আনক দেখুৱাই হৃদয়ৰ কোমলতা প্ৰকাশ কৰো। কিন্তু নিজে হ'লে বৰ কঠোৰ। ঘৰত আলপৈচান ধৰা ল'ৰাটো বা ছোৱালীজনীকো আমি ভাল ব্যৱহাৰ নকৰো। মানে .........

আমি আজিকালি বৰ ঈৰ্ষা পৰায়ণ হৈ পৰিছো। লগৰ কাৰোবাৰ অথবা ওচৰ-চুবুৰীয়াৰ উন্নতি আমি সহ্য কৰিব নোৱাৰো। উপকাৰ কৰাতকৈ অপকাৰ কৰাতহে গুৰুত্ব দিওঁ। অমুকৰ ল'ৰাটোৱে মেট্ৰিকত ৯০ শতাংশ পাইছে, তমুকৰৰ ছোৱালীয়ে হায়াৰ চেকেণ্ডাৰীত ৯২ শতাংশ পাইছে। আমি প্ৰকৃততে ভাল পাব লাগে, ল'ৰা-ছোৱালী কেইটাক শুভেচ্ছা জনাব লাগে। অৱশ্যে শুভেচ্ছা জনোৱা বা খবৰ লোৱাও হয়। কিন্তু মন্তব্য দিয়া হয় সিহঁতৰ ঘৰখন মাষ্টৰৰ লগত ভাল আৰু ভাল কাৰণে পৰীক্ষাত মাষ্টৰে সিহঁতক সহায় কৰে বাবেহে ইমান ভাল নম্বৰ পাইছে। আমি মানি ল'বলৈ বৰ কষ্ট পাওঁ। কিয়। চিন্তা কৰিবচোন.............।

*বৰ্তমান আমি নিজৰ কৰ্মক্ষেত্ৰ আৰু পৰিয়ালৰ মাজতে আৱদ্ধ হৈছো। সমাজখনক লৈ কণমানো চিন্তা নকৰো। সমাজৰ অবিহনে আমি জীয়াই থাকিব নোৱাৰো। সমাজখনৰ উন্নয়নৰ স্বাৰ্থত কণমান সময় দিয়াৰ আমাৰ যথেষ্ট প্ৰয়োজন আছে। আমাৰ সতি সন্ততি সকলক সমাজে প্ৰভাৱিত কৰে। সতি-সন্ততি সকলে সমাজৰ অনুষ্ঠান-প্ৰতিষ্ঠান সমূহৰ জৰিয়তে প্ৰতিভা বিকাশ কৰিবলৈ সুবিধা পায়। কিন্তু এই সুবিধাকণ দিয়াৰ দায়িত্ব কাৰ? যদি আমিবোৰে সামাজিক অনুষ্ঠান-প্ৰতিষ্ঠানবোৰৰ নেতৃত্ব নিদিওঁ, যদি আমি অনুষ্ঠান-প্ৰতিষ্ঠানবোৰ জীয়াই নাৰাখো?*

বৰ্তমান আমি নিজৰ কৰ্মক্ষেত্ৰ আৰু পৰিয়ালৰ মাজতে আৱদ্ধ হৈছো। সমাজখনক লৈ কণমানো চিন্তা নকৰো। সমাজৰ অবিহনে আমি জীয়াই থাকিব নোৱাৰো। সমাজখনৰ উন্নয়নৰ স্বাৰ্থত কণমান সময় দিয়াৰ আমাৰ যথেষ্ট প্ৰয়োজন আছে। আমাৰ সতি সন্ততি সকলক সমাজে প্ৰভাৱিত কৰে। সতি-সন্ততি সকলে সমাজৰ অনুষ্ঠান-প্ৰতিষ্ঠান সমূহৰ জৰিয়তে প্ৰতিভা বিকাশ কৰিবলৈ সুবিধা পায়। কিন্তু এই সুবিধাকণ দিয়াৰ দায়িত্ব কাৰ? যদি আমিবোৰে সামাজিক অনুষ্ঠান-প্ৰতিষ্ঠানবোৰৰ নেতৃত্ব নিদিওঁ, যদি আমি অনুষ্ঠান-প্ৰতিষ্ঠানবোৰ জীয়াই নাৰাখো?

এই লেখনিটোত উল্লেখ কৰা কথাবোৰেই বৰ্তমান মধ্যবিত্ত পৰিয়ালত হৈ আছে। এই সকলো বিষয়ৰ সমাধানৰ সূত্ৰ কিন্তু নিজেই। আমি মধ্যবিত্ত সকলে আমাৰ দৈনন্দিন জীৱনৰ এই বিষয়বোৰ যদি গুৰুত্ব দিওঁ চিন্তাবোৰ যদি সু-চিন্তিত হয়, সু-চিন্তিতভাৱে যদি বিষয়বোৰ সমাধান কৰিবলৈ আগবাঢ়ো তেতিয়া হয়তু এক শুদ্ধ পথলৈ ঘূৰি আহিব পাৰিম। নহ'লে We do not know where we are going but we are going .........!





# বৰ্তমানৰ শিক্ষা ব্যৱস্থা আৰু গ্ৰন্থ সম্পৰ্কে এক আলোকপাত



গীতিমণি শৰ্মা
স্নাতক পঞ্চম ষাণ্মাসিক

আজিকালি বিভিন্ন বিষয় বা বস্তুৰ ভৱিষ্যৎ সম্পৰ্কে সততে আলাপ আলোচনা হোৱা দেখা যায়। গ্ৰন্থৰ ভৱিষ্যৎ সম্পৰ্কতো সেধাৰ আলাপ-আলোচনা পৰিলক্ষিত হয়। বহুতে উদ্বেগ প্ৰকাশ কৰে যে গ্ৰন্থৰ ভৱিষ্যৎ সিমান ভাল নহয়। এদিন হয়তো বৈদ্যুতিক গণ মাধ্যমে গ্ৰন্থৰ ঠাই দখল কৰিব আৰু তেতিয়া জ্ঞান-বিজ্ঞানৰ চিন্তা-চৰ্চাই মৃত্যুপ্ৰাপ্ত লাভ কৰিব। সি যি নহওক, গ্ৰন্থৰ ভৱিষ্যৎ সম্পৰ্কীয় চিন্তাক একেবাৰে উলাই কৰিব নোৱাৰি। কিন্তু গ্ৰন্থৰ ভৱিষ্যৎক লৈ ইমান নিৰাশ নহ'লেও চলে। কাৰণ গ্ৰন্থৰ নিজাববীয়াকৈ এটা ভৱিষ্যৎ নাই। গ্ৰন্থৰ ভৱিষ্যৎ মানুহকেন্দ্ৰীকহে। মানৱ জাতিৰ ভৱিষ্যৎ সম্পৰ্কীয় চিন্তাতেই গ্ৰন্থৰ ভৱিষ্যৎ নিৰ্ভৰশীল। মানৱ জাতিৰ গতি পথেই গ্ৰন্থৰ ভৱিষ্যৎ নিৰ্ধাৰণ কৰিব। ঠিক তেনেকৈ অন্যান্য বিষয় বা বস্তুৰ ভৱিষ্যতো মানৱ জাতিৰ ভৱিষ্যৎৰ ওপৰত নিৰ্ভৰ কৰিব.

আৰ্থ-সামাজিক পৰিৱৰ্তনৰ ফলত মানুহৰ জীৱন জীৱিকাজনিত কথাবিলাকলৈ পৰিৱৰ্তন আহে। লগতে পৰিৱৰ্তন আহে শিক্ষা সংস্কৃতিলৈও। আজিৰ শিক্ষা-সংস্কৃতিও আৰ্থ-সামাজিক প্ৰক্ৰিয়াৰেই ফলশ্ৰুতি প্ৰচলিত শিক্ষাই মানুহক নতুন চিন্তা-সংস্কৃতিৰ নতুন সভ্যতা গঢ়িবলৈ শিক্ষিত কৰাত ব্যৰ্থ হৈছে। বিশেষকৈ পূৰ্ণ পৰ্যায়ত বিকশিত আৰু সমাজ জীৱনৰ সকলো ক্ষেত্ৰতে আধিপত্য বিস্তাৰ কৰা ধনতান্ত্ৰিক ৰাজনৈতিক-অৰ্থনীতিয়ে কেৱল মুনাফা লাভৰ স্বাৰ্থত যি এক শিক্ষা-সংস্কৃতিৰ পৃষ্ঠপোষকতা কৰি আছে সি মানৱ জাতিৰ ভৱিষ্যতৰ প্ৰতি অশনি সংকেত আনিছে। প্ৰতিটো বস্তুকে পন্য হিচাপে গণ্য কৰি বেপাৰৰ ধান্দা কৰা বৰ্তমানৰ শিক্ষা-সংস্কৃতিৰ পৃষ্ঠপোষকসকলে মানুহক মূল্যহীন কৰি পেলোৱাৰ চক্ৰান্ত কৰিছে। সেয়ে এনে শিক্ষা ব্যৱস্থা একোটাৰ প্ৰচলন কৰিছে যি মানুহৰ



চিন্তাক সংকুচিত কৰি কেৱল খাই-শুই জীয়াই থকাটোৱেই জীৱন বুলি পতিয়ন নিয়াবলৈ যত্ন অব্যাহত ৰাখিছে। এনে শিক্ষা ব্যৱস্থাৰ ফলত মানুহৰ সাংস্কৃতিৰ দিশটোও ভয়ানকভাৱে অৱনমিত হৈছে। সংস্কৃতিৰ অৰ্থ এতিয়া বিনোদনধৰ্মী পণ্য। যি মানুহক সুস্থ ৰুচিবোধৰ সলনি ক্ষন্তেকীয়া উত্তেজনা দিয়ে। ঠিক তেনেকৈ সফলতাৰ ধাৰণালো সলনি হ'ল। শিক্ষা গ্ৰহণৰ উদ্দেশ্যহে সামাজিক ভূমিকাৰ ঠাইত ব্যক্তিক ধনবান, ক্ষমতাশালী চেলিব্ৰেটি কৰাত গুৰুত্ব প্ৰদান কৰিছে। মানুহৰ ব্যক্তিগত প্ৰতিভাৰ বিকাশ আৰু তাৰ সামাজীকৰণৰ কথা তিলমানো গুৰুত্ব লাভ কৰা নাই, কিন্তু শিক্ষাৰ প্ৰকৃত উদ্দেশ্য মানুহৰ প্ৰতিভা পূৰ্ণ বিকাশ আৰু সামাজিকীকৰণৰ জৰিয়তে জীৱ-জগতৰ বৃহত্তৰ স্বাৰ্থত নিয়োজিত কৰা। যিটো কথাই প্ৰচলিত শিক্ষা ব্যৱস্থাত ন্যুনতম অগ্ৰাধিকাৰকনো পোৱা নাই, ইয়াৰ পৰিবৰ্তে শিক্ষাৰ এক সংকীৰ্ণ ধাৰণা প্ৰতিষ্ঠা কৰি প্ৰচাৰ প্ৰসাৰ চলাই থকা হৈছে। পৰিণতিত শিক্ষা Use and throw জাতীয় পণ্যৰ শাৰীলৈ অৱনমিত হৈছে। তদুপৰি বেপাৰৰ স্বাৰ্থতে উন্নত প্ৰযুক্তি-বিদ্যাৰ বহুল প্ৰয়োগ সাধাৰণ শিক্ষাৰ ক্ষেত্ৰখনতো হোৱাত যান্ত্ৰিকতাই গ্ৰাস কৰি পেলাইছে। সেয়ে আনুষ্ঠানিক শিক্ষাৰ সমাপ্তিৰ পাছত শিক্ষাৰ সৈতে মানুহে সম্পৰ্ক ছেদ কৰিবলৈ বাধ্য হয়। কাৰণ এনে জাতীয় শিক্ষাই কোনো দীক্ষা নিদিয়ে, নিদিয়ে জীৱন আৰু জগত সম্পৰ্কীয় বহল দৃষ্টিভংগী, অৰ্থাৎ যি শিক্ষাই ভৱিষ্যদৰ্শন দিব নোৱাৰে, দিব নোৱাৰে বিশ্বজনীন সাংস্কৃতিক চেতনা, তেনে শিক্ষাই মানুহক উজ্জ্বল ভৱিষ্যৎ দিব কেনেকৈ? এনে এক প্ৰেক্ষাপটত প্ৰত্যুৰ ভৱিষ্যৎ সন্দৰ্ভত আত্মতীয়া চিন্তাৰ প্ৰাসংগিকতা নিশ্চয় বিবেচনাধীন।

শিক্ষা ব্যৱস্থাটোৰ মৌলিক পৰিৱৰ্তনৰ অবিহনে মানুহ আৰু মানুহৰ জীৱন-জীৱিকাৰ সৈতে এৰাব নোৱাৰা সম্পৰ্ক থকা প্ৰতিটো কথা আৰু বস্তুৱে ভৱিষ্যৎ বিপন্ন কৰিব। কাৰণ মানুহ গ্ৰন্থ অধ্যয়নৰ পৰা আঁতৰি আহিবলগা পৰিস্থিতি বাহাল থাকিলে জ্ঞান চৰ্চা আৰু ইয়াৰ পৰীক্ষণৰ অভাৱত মানব জাতিৰ প্ৰগতিশীল জীৱনযাত্ৰা ব্যাহত হৈ পৰিব। স্থবিৰ হৈ পৰিব মানব জাতিয়ে হেজাৰ বছৰে অশেষ শ্ৰম আৰু ত্যাগৰ বিনিময়ত আহৰণ কৰা জ্ঞান-বিজ্ঞান-প্ৰজ্ঞান মৈটমৰা ভাণ্ডাৰৰ প্ৰবাহীত মহানদীখন।।

## কুইজ

অনুস্মিতা মেচ
দ্বাদশ শ্ৰেণী

১। আমেৰিকা যুক্তৰাষ্ট্ৰৰ মুদ্ৰাৰ নাম 'ডলাৰ', ইংলেণ্ডৰ কি?

উঃ পাউণ্ড

২। 'পেছো' কোন কোন দেশৰ প্ৰচলিত মুদ্ৰাৰ নাম?

উত্তৰ ঃ মেক্সিকো, ফিলিপাইন, চিলি, কিউবা, কলম্বিয়া, আৰ্জেণ্টিনা আদি দেশৰ।

৩। 'ৰিয়েল' কোন কোন দেশৰ মুদ্ৰা?

উত্তৰ ঃ ইৰান, কম্বোডিয়া, চৌডি আৰব।

৪। 'লিৰা' কোন কোন দেশৰ মুদ্ৰা?

উত্তৰ ঃ ইটালী, তুৰস্ক, চানমেৰিনো, ভেটিকান চিটি আদি ৰাষ্ট্ৰৰ।







# বিহু সম্রাট খগেন মহন্ত

জ্যোতিময়ী শইকীয়া
স্নাতক দ্বিতীয় ষাণ্মাসিক
বাণিজ্য শাখা

*অসমৰ সংগীত জগতৰ পুৰুধাস্বৰূপ খগেন মহন্ত দেৱৰ সংগীত জগতত এখন সুকীয়া আসন আছে। অসমৰ জাতি-জনজাতি, ভাষা-সংস্কৃতিক বিহুগীতৰ একেডাল এনাজৰীৰে বান্ধি থোৱা। এই এনাজৰীডালৰ যোগেদিয়ে খগেন মহন্তদেৱে বিহুগীতৰ সংৰক্ষণ, প্ৰত্যেকটো বিহুগীতৰেই সুকীয়া ভাবধাৰা প্ৰকাশ কৰাৰ লগতে, নিজস্ব সুৰেৰে থলুৱা বিহু গীতসমূহ জীপাল কৰি তুলিবলৈ আপ্ৰাণ চেষ্টা কৰিছিল। তেওঁৰ এই অনবদ্য চেষ্টাৰ ফলস্বৰূপেই অসমৰ শদিয়াৰ পৰা ধুবুৰীলৈ প্ৰত্যকজন দৰ্শক-শ্ৰোতাই তেওঁৰ কণ্ঠক আকোঁৱালি লৈছিল। যান্ত্ৰিকতাৰ যুগত ইলেক্ট্ৰনিক বাদ্য-যন্ত্ৰই দৰ্শকক মুগ্ধ কৰিলেও খগেন মহন্ত দেৱৰ ইলেক্ট্ৰনিক মুক্তবিহীন বাদ্য-যন্ত্ৰই তথা এখনি হাৰমোনিয়াম, এযোৰ তবলা আৰু প্ৰয়োজন সাপেক্ষে এটি ঢোলেৰেই বিহু মঞ্চত উপবিষ্ট হাজাৰ হাজাৰ লোকক উজাগৰী নিশা মন্ত্ৰমুগ্ধ কণ্ঠস্বৰেৰে শ্ৰোতাৰ মন জয় কৰিছিল। বিহুগীতৰ জৰিয়তেই তেওঁ অসম বাসী ৰাইজক বিহুৰ ওলগ জনাইছিল-*

"পাৰৰ পাখিত গাঁঠি দিলো
ফুলাম চিঠি খনি,
জনাঁও বুলি জগত খনক
বিহুৰ উলগনি........"

বিহুগীতবোৰত দৃষ্টি নিক্ষেপ কৰি বিশ্লেষণ কৰিলে দেখা যায় যে, অসমৰ থলুৱা গীত-মাতবোৰত মানুহৰ অন্তৰৰ ভাবৰ উন্মোচন ঘটাৰ লগতে অসমৰ কেঁচামাটিৰ গোন্ধ পোৱা যায়। হালোৱা-হজোৱা, শ্ৰমিক, দীন-হীন আদি সকলোৰে উপযোগীকৈ বিহুগীতবোৰত প্ৰাণৰ সঞ্চাৰ কৰিবলৈ খগেন মহন্তদেৱে যৎপৰোনাস্তি চেষ্টা চলাইছিল। অকল ইমানেই নহয় শিশু সকলক লৈও তেওঁ বিহুগীতত প্ৰাণৰ সঞ্চাৰ তুলিবলৈ কৰা চেষ্টা এই গীতটিত সুন্দৰকৈ পৰিস্ফুট হৈছে-



"মা আমি শদিয়ালৈ যামে......"

খগেন মহন্তদেৱৰ বিহুগীতৰ সুৰে সাধাৰণ শ্ৰেণী মানুহৰ কষ্টোপাৰ্জিত অৰ্থৰ মাজতেই এখন হৃদয়ৰ মৰ্ম-বেদনাখিনি ফুটাই তুলিছিল। আঘোণৰ পথাৰত সোণালী ধানে যিদৰে কৃষকৰ অন্তৰ জয় কৰে, ঠিক সেইদৰেই সাংস্কৃতিক জগতখনত তেখেতৰ গীতে হাজাৰ শ্ৰোতাৰ অন্তৰ জয় কৰিব পাৰিছিল। কেশৱ মহন্তদেৱে লিখা 'কলৰে পাততে কাউৰী পৰে' গীতটিত খগেন মহন্তদেৱে তেওঁৰ কণ্ঠৰ যাদুৰে গীতটিক অমৰ মূল্যায়ন কৰিলে আৰু সৈন্যতাৰ মাজতো মানুহৰ অন্তৰত ভাবৰ সঞ্চাৰণ, হৃদয়ৰ দুখ-বেদনা, হাঁহি-কান্দোন, হৰ্ষ-বিষাদ গীতটিৰ মাজেৰে ফুটাই তুলিলে। উক্ত গীতটি অসমীয়া আধুনিক গীতসমূহৰ সৰ্বশ্ৰেষ্ঠ দহটা গীতৰ মাজৰ এটা হৈ চিৰকাল যুগমীয়া হৈ থাকিব।

অসমৰ সংস্কৃতিৰ পথাৰ খনত কেৱল তেৱেঁই এজন খেতিয়ক নাছিল, তেওঁৰ পত্নী অৰ্চনা মহন্তইও তেওঁৰ সৈতে একেলগে ভুই খই সংস্কৃতিৰ পথাৰখন বৰ্ণময় সেউজীয়া ৰঙেৰে জীপাল কৰি তুলিছিল। দুয়ো জনৰ কণ্ঠৰ গীতেৰে বিভিন্ন মঞ্চত, সাংস্কৃতিক অনুষ্ঠানত আৰু বোলছবি জগতলৈও গীত আৰু সুৰৰ বন্যা বোৱাই আনিবলৈ ত্ৰুটি কৰা নাছিল। তেওঁলোকৰ দ্বৈত কণ্ঠৰ কেইটামান গীত আছিল [redacted] ধৰণৰ- "মোৰ মামণি ৰাখৰ ঐ", "টাপে টাপে চৰিলে", "কানকুৰিকা চৰাইটি", "প্ৰাক প্ৰাক প্ৰাক চম্টক মৰিয়নি মাজুলী কিমান বাট", "ধনশিৰি পাৰে হৈ ঢপলিয়াই আহিলো", "ব্ৰহ্মপুত্ৰৰ বালিৰে দলমুঙা চৰাই আক অ' ঘূৰি ঘূৰি পানীতে ঐ পৰে", "ক'ল চোলা কৃষ্ণতা গুদাম খায় পাৰ্চেটা", "আগফালে দেখিলো আগলি ঐ কলপাত", "কোমলকৈ বাইৰে ঐ", "চকলা টেঙাটি অকলে নাখাবা আমাকো এচকল দিবা" ইত্যাদি। এনেদৰেই খগেন মহন্তদেৱৰ প্ৰত্যেকটো গীতৰ শব্দ আৰু সুৰৰ সঞ্চালনে অসমৰ জাতীয় জীৱনৰ সকলো মানুহৰে অন্তৰত আনন্দৰ নিজৰা চিৰ প্ৰবাহিত হৈ থাকিব। বিহুগীতৰ প্ৰতি তেওঁৰ থকা আকুলতাৰ বাবেই অসমৰ শদিয়াৰ পৰা ধুবুৰীলৈকে তেওঁক অকল খগেন মহন্ত বুলিয়েই নহয়, 'বিহু সম্ৰাট' খগেন মহন্ত বুলি আজীৱন [redacted] সুঁৱৰিব।

খগেন মহন্তদেৱ আমাৰ মাজত আৰু নাই। তেখেতে বিগত ১২ জুন, ২০১৪ তাৰিখে আমাৰ মাজৰ পৰা চিৰবিদায় ল'লে। কবিৰ ভাষাৰে-

"কোনে কাক বিদায় দিব পাৰে
হৃদয়ৰ কঠিন শিলত
খুদিত আছে যাৰ সঠিক ঠিকনা......"

তেখেতৰ এই ঠিকনাটি বিহুগীতৰ মাজত সদায় জিলিকি থাকিব। তেখেতে দি থৈ যোৱা বিহুগীতৰ মধুৰ টোপোলাটি নব প্ৰজন্মই সযত্নে সংৰক্ষণ কৰি থলেহে তেখেতৰ বিদেহী আত্মাই চিৰশান্তি লভিব।।





# যুৱ-প্ৰজন্মৰ হাৰ্টথ্ৰ'ব 'অংগৰাগ পাপন মহন্ত'

দীপাংকৰ চুতীয়া
স্নাতক পঞ্চম ষাণ্মাসিক
বাণিজ্য শাখা

'অংগৰাগ মহন্ত'- নামেই [redacted] পৰিচয়। বৰ্তমান অসমৰ আটাইতকৈ জনপ্ৰিয় কণ্ঠশিল্পী, অসমীয়া যুৱ [redacted] হাৰ্টথ্ৰ'ব, যাৰ সুমধুৰ কণ্ঠই চুই যায় প্ৰতিজন অসমীয়াৰ হৃদয়, তেঁৱেই হৈছে 'অংগৰাগ মহন্ত' অৰ্থাৎ 'পাপন'। জন্মসূত্ৰে সংগীতৰ প্ৰতিভা লাভ কৰা পাপন হৈছে অসমৰ সংগীতজগতৰ দুটি উজ্জ্বল তোৰা তথা বিহু সম্ৰাট স্বৰ্গীয় খগেন মহন্ত আৰু অৰ্চনা মহন্তৰ সুযোগ্য সন্তান। সৰুৰে পৰাই সংগীতৰ এটি মধুৰ পৰিবেশ লাভ কৰা পাপনে মাক-দেউতাকৰ পৰা সংগীতৰ আদিপাঠ গ্ৰহণ কৰিছিল। অসমৰ থলুৱা লোকসংগীত, বৰগীত, বিহুগীত ইত্যাদিৰ উপৰিও থলুৱা বাদ্যযন্ত্ৰ যেনে- ঢোল, খোল, তবলা, টোকাৰী ইত্যাদিৰ শিক্ষাও লাভ কৰিছিল দেউতাকৰ পৰাই।

শৈশৱৰ কালছোৱা পাপনে অসমতেই অতিবাহিত কৰিছিল। ইয়াৰ পিছত তেওঁ উচ্চ শিক্ষাৰ বাবে দিল্লীলৈ যায়। দিল্লীত থকাৰ সময়তে তেওঁ কেইজনমান বিখ্যাত সংগীতজ্ঞৰ সান্নিধ্যলৈ আহে। ফলস্বৰূপে পাপনৰ সংগীতৰ ওপৰত থকা জ্ঞানৰ পৰিসীমা বহু পৰিমাণে বৃদ্ধি পায়। দিল্লীত উচ্চ শিক্ষা সমাপ্ত কৰি পাপন পুনৰ অসমলৈ ঘূৰি আহে আৰু নিজৰ এটি এলবামৰ কামত ব্যস্ত হৈ পৰে।



কোৱা হয়, প্ৰতিভাৰ নিদৰ্শন দাঙি ধৰিবৰ বাবে এটা মাথো সুযোগেই যথেষ্ট। পাপনে এই কথাষাৰ প্ৰমাণ কৰি দেখুৱাইছিল নিজৰ প্ৰথমটো গীতৰ এলবাম 'জোনাকী ৰাতি'ৰ জৰিয়তে, এলবামটো আছিল অসমীয়া সংগীত জগতৰ বাবে এক মাইলষ্টন। সুদীৰ্ঘ সময়ৰ পিছত অসমীয়া সংগীত জগতলৈ এক পৰিবৰ্তনৰ ধাৰা কঢ়িয়াই আনিছিল 'জোনাকী ৰাতি'ৰ গীতসমূহে। পাপনে গীতৰ কথা আৰু অভিনৱ সুৰৰ সৃষ্টি কৰি গীতসমূহক



এক অনন্য ৰূপ প্ৰদান কৰিছিল।

২০০৭ চনত পাপনে গঠন কৰে নিজৰ এটি ফ'ক ফিউজন বেণ্ড- 'ইষ্ট ইণ্ডিয়া কোম্পানী'। পৰম্পৰাগত লোক সংগীতক ব্যতিক্ৰমী তথা অনন্য ৰূপত উপস্থাপন কৰি পাপনে বিশ্বৰ ইমূৰৰ পৰা সিমূৰলৈ সংগীতৰ যাত্ৰা আৰম্ভ কৰি লাভ কৰে অভাৱনীয় সফলতা। 'ইষ্ট ইণ্ডিয়া কোম্পানী'ৰ লগত পাপনে পাছলৈ 'হৰ্ণবিল বেণ্ড ফেষ্টিভেল', 'ৰক ফৰ নাইট কনচাৰ্ট' আদিত সংগীত পৰিৱেশন কৰি বিপুল সমাদৰ লাভ কৰিবলৈ সক্ষম হয়। কেৱল ইমানেই নহয়, পাপনে ছুইজাৰলেণ্ডৰ পালেঅ' মিউজিক ফেষ্টিভেল, জাৰ্কাৰ্টা ইণ্টাৰনেচনেল হাভা জেজ ফেষ্টিভেল, ছিংগাপুৰৰ মজেইক মিউজিক ফেষ্টিভেল, তালোৰ ৱৰ্ল্ড মিউজিক ফেষ্টিভেল আদিৰ দৰে বিখ্যাত অনুষ্ঠানত সংগীত পৰিৱেশন কৰি অসমৰ বাবে গৌৰৱ কঢ়িয়াই আনিছে। ইয়াৰ উপৰিও ২০১৩ চনত ডুবাইত অনুষ্ঠিত হোৱা ৱৰ্ল্ড মিউজিক ফেষ্টিভেলত গীত পৰিৱেশন কৰিবৰ বাবে বিশেষভাৱে নিমন্ত্ৰিত হৈছিল পাপন আৰু তেওঁৰ মিউজিক বেণ্ড 'ইষ্ট ইণ্ডিয়া কোম্পানী'।

পাপনৰ প্ৰথম এলবাম 'জোনাকী বাতি'ৰ সফলতাৰ পিছত ২০১০ চনত তেওঁৰ একক কণ্ঠত মুক্তি লাভ কৰে দ্বিতীয়টো গীতৰ এলবাম 'চিনাকী অচিনাকী'। পূৰ্বৰ দৰে আকৌ এবাৰ অভিনৱ সুৰ আৰু গীতৰ ভাষাই শ্ৰোতাৰ [redacted] জয় কৰিবলৈ সক্ষম হয়। ইয়াৰ পাছতে পাপনে মুক্তি দিয়ে গোমচেং, ফুলচেং আৰু ৰংফুল নামেৰে তিনিটাকৈ নিভাঁজ বিহুগীতৰ এলবাম। তিনিওটা এলবামৰ গীতসমূহ আছিল অসমৰ চুকে-কোণে সিঁচৰতি হৈ থকা পুৰণি নিভাঁজ অসমীয়া বিহুগীত। এলবাম কেইটাৰ জৰিয়তে পুৰণি বিহুগীত সমূহক একত্ৰিত কৰি সম্পূৰ্ণ একে ৰূপত তেখেতে শ্ৰোতাৰ মাজলৈ লৈ আহে। অতি গৌৰৱৰ কথা যে, ইয়াৰ গোমচেং আৰু ফুলচেং এই দুটি এলবাম সৰ্বভাৰতীয় পৰ্যায়ত প্ৰদান কৰা 'গিমা বঁটা' (Gima Award)ৰ বাবে শ্ৰেষ্ঠ ফ'ক এলবামৰ শাখাত মনোনীত লাভ কৰিবলৈ সক্ষম হৈছিল। শেহতীয়া ভাৱে ২০১৪ চনত পাপনে মুক্তি দিছে আন এটা বিহুগীতৰ এলবাম 'কিৰিলি'।

'দ্য ষ্টৰী ছ' ফাৰ' (The Story So Far........) শীৰ্ষক পাপনৰ প্ৰথমটো হিন্দী গীতৰ এলবামৰ বাবে পাপনে লাভ কৰিবলৈ সক্ষম হয় বৰ্ষটোৰ শ্ৰেষ্ঠ গীতৰ এলবামৰ বাবে 'গিমা বঁটা' (Gima Award)। পাপন আটাইতকৈ জনপ্ৰিয় হৈ পৰে এম.টি.ভি.ৰ 'ক'ক ষ্টুডিঅ'ৰ সংগীতৰ অনুষ্ঠানৰ জৰিয়তে। অসমীয়া বিহুগীতৰ ফিউজন 'পাক পাক' শীৰ্ষক গীতটোৰ জৰিয়তে অংগৰাগ মহন্তই প্ৰথমবাৰৰ বাবে ক'ক ষ্টুডিঅ'ৰ মজিয়াত কণ্ঠ নিগৰাইছিল। বিহুগীতৰ ফিউজন 'পাক পাক' শীৰ্ষক গীতটোৰ জৰিয়তে শ্ৰোতাৰ মাজত বিপুল সমাদৰ লাভ কৰাত পুনৰ দ্বিতীয়বাৰৰ বাবে তেওঁক দেখা পোৱা যায় ক'ক ষ্টুডিঅ' ছিজন-২ত। দ্বিতীয়বাৰ তেওঁ 'টোকাৰী' শীৰ্ষক গীতটি পৰিৱেশন কৰে ক'ক ষ্টুডিঅ'ৰ মজিয়াত। এই গীতটো অসমীয়া টোকাৰী গীত ফিউজন কৰি সৃষ্টি কৰা হৈছিল আৰু গীতটোৱে শ্ৰোতাৰ বিপুল সমাদৰ লাভ কৰিবলৈ সক্ষম হৈছিল। ভাৰতবৰ্ষৰ লগতে বিদেশতো গীতটিয়ে সমাদৰ লাভ কৰাত পাপনে আকৌ [redacted] এম.টি.ভিৰ 'ক'ক ষ্টুডিঅ'ত সংগীত পৰিৱেশন কৰাৰ সুযোগ লাভ কৰে। 'ক'ক ষ্টুডিঅ'ৰ ছিজন-৩ত পাপনে মুঠ ছটা গীতৰ এটা সম্পূৰ্ণ অনুষ্ঠান পৰিচালনা আৰু প্ৰযোজনা কৰিছিল। আগৰ বছৰৰ দৰে এইবাৰো পাপনে অসমৰ লোক সংগীতক অনন্য ৰূপত সজাই বিশ্বৰ সংগীত প্ৰেমী ৰাইজক অসমীয়া সংগীতৰ লগত পৰিচয় কৰাই দিছিল।

পাপনৰ জনপ্ৰিয়তাৰ কাহিনী কেৱল ইমানতেই শেষ নহয়। অতি কম সময়ৰ ভিতৰতে তেওঁ ভাৰতৰ লগতে বিদেশতো জনপ্ৰিয়তা লাভ কৰিবলৈ সক্ষম হৈছে। ২০১৩ বৰ্ষত 'ষ্টাৰ ৱৰ্ল্ড' (Star World)ৰ দ্বাৰা সম্প্ৰচাৰিত তথ্যচিত্ৰ 'দিৱাৰিষ্ট ছিজন-চ'ত দেখা গৈছিল হিন্দী আৰু অসমীয়া গীতৰ তালে তালে পাপনে অসমীয়া গীত পৰিৱেশন কৰা। 'দ্য মিনষ্ট্ৰেলছ টেল' শীৰ্ষক গীতটোত অসমীয়া ভাষা ব্যৱহাৰ কৰি 'কাৰ্ছ কালে' আৰু 'কাৰ্ল বেৰেট'ৰ দৰে বিশ্বৰ আগশাৰীৰ সংগীত শিল্পীৰ সতে একেলগে কণ্ঠ নিগৰাইছিল অংগৰাগ মহন্তই। গীতটোৰ দৃশ্যগ্ৰহণ কৰা হৈছিল স্কটলেণ্ডৰ মনোমোহা পৰিৱেশত। লগে লগে পাপনৰ সুমধুৰ কণ্ঠেৰে নিগৰি আহিছিল এনেদৰে—

"দূৰ দূৰণিত আজি আহি
মোক নতুন সুবাসে আদৰে





অচিন বনত কুঁৱলীয়ে
কিনো মায়া সানি যায়।"

পাপনৰ কণ্ঠেৰে সমগ্ৰ বিশ্ববাসীয়ে শুনিছিল অসমীয়া ভাষা আৰু বন্দী হৈছিল অসমীয়া শব্দৰ মায়াজালত।

বৰ্তমানৰ যান্ত্ৰিক পৃথিৱীৰ মায়াজালত বন্দী যুৱ প্ৰজন্মই কিন্তু পাপনৰ নদী, পথাৰ, জোন আদিক লৈ গোৱা কোমল কণ্ঠক অতি আগ্ৰহেৰে আদৰি লৈছে। নদীক লৈ পাপনৰ সুমধুৰ কণ্ঠত গীত নিগৰিছিল এনেদৰে--

"বৈ যোৱা বৈ যোৱা
সাগৰলে বৈ যোৱা নৈ
কৈ যোৱা কৈ যোৱা
বুকুৰে গোপন বেথা ঐ।"..........

আকৌ, এম.টি.ভিৰ আন এটা ৰিয়েলিটি শ্ব' 'ৰডিজ-১০'ৰ বাবে 'থিম ছং' ৰচনা কৰোতেও পাপনে ব্যৱহাৰ কৰিছিল অসমীয়া ভাষা। গীতটিত পাপনৰ লগতে কণ্ঠদান কৰিছিল অনুষ্ঠানটোৰ পৰিচালক ৰঘু ৰামে। যুৱ প্ৰজন্মৰ মাজত অতি জনপ্ৰিয়তা লাভ কৰা এই গীতটিৰ আৰম্ভণি হৈছিল অসমীয়া ভাষাৰে। গীতটো আছিল এনেধৰণৰ—

"যাযাবৰ সীমাবিহীন মন মোৰ
লুইতৰ দৰে বৈ যায় বহু দূৰ
বাধা দি ৰাখিব কোনে মোক
কোবাল সোঁতৰ গতি মোৰ।"......

পাপনে প্ৰথমবাৰৰ বাবে নেপথ্য গায়কৰূপে কণ্ঠদান কৰে ২০১১ চনৰ অসমীয়া ছবি 'ৰামধেনু'ৰ 'উজাই যা নৈ' শীৰ্ষক গীতটোত। ইয়াৰ পাছৰে পৰা তেওঁ অসমীয়াৰ লগতে বহুকেইখন জনপ্ৰিয় হিন্দী ছবিটো কণ্ঠদান কৰিছে। ইয়াৰ ভিতৰত অন্যতম 'দম মাৰো দম', 'বৰফি', 'চাউও ট্ৰেক', 'আই এম কালাম', অন্যতম। এইখিনিতে উল্লেখ কৰিব পাৰি যে, হিন্দী ছবি 'বৰফি'ত পাপনে কণ্ঠদান কৰা। 'কিউ হুম তুম' নামৰ গীতটি ২০১২ বৰ্ষৰ দ্বিতীয়টো শ্ৰেষ্ঠ সংগীত শিল্পীৰ বৰে মনোনীত হ'বলৈ সক্ষম হৈছিল।

শেহতীয়াকৈ ২০১৪ বৰ্ষত পাপনৰ সুমধুৰ কণ্ঠত নিগৰিছিল এটি সুন্দৰ গীত। মন-প্ৰাণ শিয়ৰি উঠা গীতটি এনেধৰণৰ-

"নিয়ৰ সেমেকা মনৰে পদূলি
নুফুলে শৰতৰ শেৱালি
স্মৃতি সেউজীয়া তাহানিৰ ছবি
আজি হায় ধূঁৱলি-কুঁৱলী।".........

বৰ্তমান সময়ত পাপনৰ জনপ্ৰিয়তাই অসমৰ শদিয়াৰ পৰা ধুবুৰীলৈকে সকলো সংগীত প্ৰেমী বাইজৰ মন এনেদৰে জয় কৰিবলৈ সক্ষম হৈছে যে বৰ্তমান পাপনৰ অনুৰাগীসকলক এক বিশেষ নামেৰে জনা যায়। যুৱ প্ৰজন্মৰ মাজত পাপনৰ জনপ্ৰিয়তা কল্পনাতীত। পাপন অনুৰাগীসকলে নিজাকে পৰিচয় দিয়ে 'পাপনিষ্ট' (Paponist) নামেৰে। বিশ্বৰ দৰবাৰত অসমীয়া সংগীতক পৰিচয় কৰাই দিয়াত পাপনৰ হি ভূমিকা, তাক লৈ আমি প্ৰতিজন অসমীয়াই গৌৰব কৰা উচিত। বৰ্তমান প্ৰতিজন অসমীয়া সংগীত প্ৰেমীৰ কামনা, নদীৰ কোবাল সোঁতৰ দৰে পাপনৰ জনপ্ৰিয়তা সমগ্ৰ বিশ্বজুৰী বিয়পি পৰক। অসমীয়া লোক সংগীত আৰু অসমীয়া ভাষাক একেদৰেই বিশ্ববাসীৰ আগত পৰিচয় কৰাই পাপন আগবাঢ়ি যাওক। পুৱাৰ ব'দালিয়ে আকাশ জিলিকোৱাৰ দৰে অসমীয়া ভাষাকো বিশ্ব দৰবাৰত জিলিকাই তোলাৰ প্ৰচেষ্টা সফল হওক অংগৰাগ পাপন মহন্তৰ। তেওঁৰ গীতৰ কথাৰে-

"পুৱাৰ ৰ'দালিয়ে যে
আকাশক কৈ যায়
আহিবা তুমি পুৱা
আজি এই ৰাতিপুৱা।"

# সাম্প্ৰতিক প্ৰেক্ষাপটত গণমাধ্যম

পৰিস্মিতা বৰুৱা
স্নাতক দ্বিতীয় ষান্মাসিক
বাণিজ্য শাখা




সাম্প্ৰতিক প্ৰেক্ষাপটত বিজ্ঞানেই হৈছে মানুহৰ প্ৰধান অৱলম্বন। বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাই পৃথিৱীখনক এখন গোলকীয় গাঁৱলৈ পৰিণত কৰিছে। আৰু এই বিজ্ঞানৰে উন্নত মানদণ্ডৰ চিন্তা-চৰ্চাৰ অন্যতম ফচল হৈছে গণমাধ্যম সমূহ। একবিংশ শতিকাৰ এই সময়ছোৱাত মানুহে মাধ্যাকৰ্ষণৰ সীমা অতিক্ৰম কৰি মহাকৰ্ষণৰ বুকুত বিচৰণ কৰিবলৈ সক্ষম হৈছে। আনকি মানুহেই বিজ্ঞানৰ নতুন চিন্তাৰে টেষ্ট টিউবৰ বুকুত প্ৰাণৰ স্পন্দন সক্ষম কৰি, জিন সৃষ্টি কৰি স্ৰষ্টাকো প্ৰত্যাহ্বান জনাব খুজিছে। তেনে এক প্ৰেক্ষাপটত, বৰ্তমান আমাৰ সমাজত গণমধ্যমৰ ভূমিকা নিশ্চিতভাৱে যথেষ্ট বেছি।





গণমাধ্যম- যাক ইংৰাজীত কোৱা হয় 'Electronic Media'। গণমাধ্যম বুলিলে সাধাৰণতে বাতৰি কাকত, ৰেডিঅ', টেলিভিছন ইত্যাদি বুজা যায়। তথাপি আমাৰ বৰ্তমান সমাজখনত আটাইতকৈ গুৰুত্বপূৰ্ণ স্থান দখল কৰি থকা গণমাধ্যম বিধেই হৈছে টেলিভিছন। ঘৰৰ এটা কোণত বহি সমগ্ৰ পৃথিৱীৰ বা-বাতৰি লাভ কৰাৰ এক 'easy process'। অৱসৰ-বিনোদনৰ ক্ষেত্ৰতো টেলিভিছনে আমাক যথেষ্ট পৰিমাণে সহায় কৰে। নেদেখা ঠাই চাবলৈ, নেদেখা বস্তু দেখিবলৈ টেলিভিছনেই আমাক সহায় কৰিছে। তাৰোপৰি এই মাধ্যমে বিধৰ আটাইতকৈ গুৰুত্বপূৰ্ণ দিশটোৱেই হৈছে শিক্ষা, বিজ্ঞান, বাণিজ্য আদিৰ আটাইতকৈ গুৰুত্বপূৰ্ণ বাতৰিসমূহ সম্প্ৰচাৰ কৰা আৰু বহু শিল্পী, কলা-কুশলীৰ সুপ্ত প্ৰতিভা বিকাশৰ সুযোগ প্ৰদান কৰা। গতিকে আমি ক'ব পাৰো যে গণমাধ্যমে আমাৰ সমাজখনক আগুৱাই লৈ যোৱাত কিছু পৰিমাণে হ'লেও সক্ষম হৈছে।

অৱশ্যে সময়ৰ কোবাল সোঁতত পৰি বৰ্তমানৰ প্ৰেক্ষাপটত সৰ্বসাধাৰণ ৰাইজক একপ্ৰকাৰ মোহাচ্ছন্ন কৰাৰ অঘোষিত প্ৰতিযোগিতাত নামি পৰিছে নিউজ চেনেলসমূহ। নিজৰ প্ৰকৃত পথৰ পৰা বিচলিত হৈ গৈছে এই নিউজ চেনেলসমূহ। কিয়নো এই নিউজ চেনেলসমূহে নিজৰ TRP বঢ়াবলৈকে তিলটোকে তালটো কৰি সমাজক বিপথে পৰিচালিত কৰিছে। অ'ত-ত'ত ঘটি থকা হত্যাকাণ্ডৰ ঘটনা, অশ্লীল যৌন দৃশ্য নতুবা ধৰ্ষণ আদিৰ দৰে ঘটনাবোৰৰ পোনপটীয়া সম্প্ৰচাৰে যুৱ-প্ৰজন্মৰ মাজত নেতিবাচক প্ৰভাৱ বিস্তাৰ কৰা পৰিলক্ষিত হৈছে। কিছুমান 'Recorded Video'ৰ আশ্ৰয় লৈ পুৰণি কথাবোৰকে পুনৰ আলোচনাৰ মাজলৈ কিছুমান জাতি-জনগোষ্ঠীৰ মাজত বিভেদ সৃষ্টি কৰাৰ মূলতে এই নিউজ চেনেলসমূহ যাৰ স্বৰূপ ফুটি উঠিছে বি.টি.এ.ডি. এলেকাসমূহত। কিছুমান ৰাজনৈতিক নেতাই কিছুমান নিউজ চেনেলক টকাৰে কিনি 'Paid News'ৰ সৃষ্টি কৰে। কেইটামান টকাৰ লালসাত নিজৰ আত্মসন্মান বিক্ৰী কৰিবলৈও কুণ্ঠাবোধ নকৰা এনে এচাম সাংবাদিকৰ সংখ্যা আমাৰ সমাজত বিৰল নহয়। এনেবোৰ কাৰণতে এজন প্ৰখ্যাত সাংবাদিক Sainathয়ে ঘোষণা কৰিছিল যে- "The real thrust must come from the people who must first identify the news papers that have published paid news first of all. People must stop buying such news papers. People must stop watching TV channels that have got visibly corporatized."। অৰ্থাৎ, সাংবাদিক গৰাকীয়ে ইয়াকে বুজাব বিচাৰিছে যে আমি [redacted] প্ৰত্যেকজনেই এই গণমাধ্যম সমূহৰ প্ৰতি সদা সচেতন হোৱা উচিত।

প্ৰতিটো বস্তুৰে ভাল আৰু বেয়া দুয়োটা গুণ থকাৰ দৰে ইলেকট্ৰনিক [redacted] মাধ্যমসমূহৰো ইতিবাচক আৰু নেতিবাচক [redacted] আমাৰ সমাজ জীৱনত পৰিলক্ষিত হয়। তাৰেই বেয়া আঁতৰাই ভালটোক আদৰি ল'ব পৰাটোহে [redacted] কথা। যিহেতু মানুহৰ বিবেচনা শক্তি আছে, গতিকে বিজ্ঞানৰ [redacted] এটা মূল্যায়ন সম্পদ সদ্ব্যৱহাৰ কৰাটো [redacted] সকলোৰে দায়িত্ব আৰু কৰ্তব্য। নিজৰ বিবেচনাৰে বাচি ল'ব লাগিব কোনটো ভাল আৰু কোনটো বেয়া।

এটা কথা নিশ্চিত যে, সাম্প্ৰতিক প্ৰেক্ষাপটত আমাৰ সমাজত গণ-মাধ্যমসমূহে এনে এক স্থান দখল কৰি আছে, য'ত গণমাধ্যম অবিহনে বৰ্তমান সমাজ এখোজ পিছ পৰি ৰ'ব। মানুহৰ মনীষাক মানুহেই দেৱত্ব প্ৰদান কৰিবলৈ বিজ্ঞানীসকলে যেতিয়া উঠি-পৰি লাগিছে, তেতিয়া হ'লে আমিও তাত হাত-উজান দিয়া উচিত।





# যুৱ প্ৰজন্মৰ ওপৰত বাইক আৰু ম'বাইল ফোনৰ প্ৰভাৱ

নিৰঞ্জন কলিতা
উচ্চতৰ মাধ্যমিক দ্বিতীয় বৰ্ষ

আধুনিক মানৱ সভ্যতাৰ ওপৰত প্ৰভাৱ পেলোৱা এটি বিষয় হৈছে বিজ্ঞান। বাইক আৰু ম'বাইল ফোন হ'ল বিজ্ঞানৰে অভূতপূৰ্ব অৱদান। এই সামগ্ৰী সমূহৰ অবিহনে মানৱ জীৱন অচল। এতিয়া কথা হ'ল- এই সামগ্ৰী সমূহে মানৱ জাতিক কোনদিশে ধাৱমান কৰিছে? উন্নতিৰ দিশত নে, ধ্বংসৰ দিশত?

ভালদৰে লক্ষ্য কৰিলে দেখা যায় যে আমাৰ সমাজত বাইক আৰু ম'বাইল ফোনৰ অত্যাধিক ব্যৱহাৰ কৰোতা হ'ল যুৱ প্ৰজন্ম বা স্কুল-কলেজৰ শিক্ষাৰ্থীসকল। তেওঁলোকৰ মনত এনে ধাৰণাই বিৰাজ কৰিছে যে এটা দামী ম'বাইল আৰু এখন দামী বাইক নিকিনিলে যেন কোনেও মানুহ বুলি গণ্য নকৰে। অৱশ্যে সকলোৰে ক্ষেত্ৰত এনে ধাৰণাই বিৰাজ কৰা বুলি ক'ব নোৱাৰি। শিক্ষাৰ্থীসকলৰ মাজত পঢ়া প্ৰতিযোগিতাতকৈ বাইক আৰু ম'বাইল ফোনৰহে প্ৰতিযোগিতা চলা পৰিলক্ষিত হয়। ফলস্বৰূপে শিক্ষাৰ্থীসকল শিক্ষা জীৱনত বাধাগ্ৰস্ত হয়। ইয়াৰ প্ৰভাৱ অভিভাৱক সকলৰ ওপৰতো নপৰাকৈ নাথাকে। যিহেতু আমাৰ সমাজখনত তিনি শ্ৰেণী মানুহে বসবাস কৰে। কিন্তু ধনী শ্ৰেণীৰ শিক্ষাৰ্থীৰ বাবে সুকীয়াকৈ শিক্ষানুষ্ঠানৰ ব্যৱস্থা নাই। ফলত সেই ছাত্ৰজনৰ লগত থকা মধ্যবিত্ত বা দুখীয়া শ্ৰেণীৰ ছাত্ৰ দুজনৰ মনতো নিশ্চয়কৈ এটা প্ৰভাৱ পৰিব। লাহে লাহে এই ছাত্ৰ দুজনে ধনী ছাত্ৰজনৰ পৰা আঁতৰি আহিবলৈ বাধ্য হয় আৰু হীনমান্যতাত ভোগে। লাহে লাহে তেওঁলোকেও অভিভাৱকসকলক বাইক আৰু ম'বাইলৰ বাবে হাৰশাস্তি কৰিবলৈ আৰম্ভ কৰে। ইয়াৰ ফলত ঘৰুৱা পৰিৱেশ বিনষ্ট হোৱাৰ লগতে অভিভাৱকৰ লগত সম্পৰ্ক বেয়া হোৱা পৰিলক্ষিত হয়।

এতিয়া প্ৰশ্ন হ'ল, যুৱচামে বাইক আৰু ম'বাইল ফোনৰ সঠিক ব্যৱহাৰ কৰিছেনে? ভালদৰে লক্ষ্য কৰি চালে দেখা যাব যে যুৱ প্ৰজন্ম হাতত ইয়াৰ সঠিক ব্যৱহাৰ হোৱা নাই। ফলস্বৰূপে তেওঁলোকৰ অমূল্য সময়খিনি হেৰুৱাব লগা হয়। এইসকল যুৱক-যুৱতীৰ শেষত কি হয়গৈ সেয়া সৰ্বজন বিদিত। ইয়াৰ এটা মনঃস্তাত্ত্বিক প্ৰভাৱ হ'ল- যুৱ প্ৰজন্ম সাধাৰণতে দুঃসাহসিক কাৰ্য কলাপৰ প্ৰতি আকৰ্ষণ বেছি। সেয়েহে তেওঁলোকে বোলছবি আৰু দূৰদৰ্শনত প্ৰদৰ্শিত হোৱা বিভিন্ন ধৰণৰ দুঃসাহসিক কাৰ্যত নিজে প্ৰয়োগ কৰি নিজৰ লগতে ব'টৰুবাৰো জীৱন আতংকিত কৰে।

অলপ দকৈ গমি চালে দেখা যাব যে ইয়াৰ বাবে দায়ী সমাজৰ অশিক্ষিত ধনী শ্ৰেণীটো। ধনী অভিভাৱকৰ অবাধ্য সন্তান বিলাকে বৰ্তমান সমাজৰ প্ৰক্ৰিয়াটো বিধ্বস্ত কৰি তুলিছে।

যুৱ সকল সাধাৰণতে দুঃসাহসিক, প্ৰদৰ্শন প্ৰিয় আৰু আড্ডাবাজ হয়। সেয়ে তেওঁলোকে তীব্ৰবেগ আৰু বোলছবি জগতৰ ষ্টাণ্টৰ প্ৰতি আকৰ্ষিত হয়। ইয়াৰ উপৰিও নিষিদ্ধ দ্ৰব্য আৰু কাৰ্যৰ প্ৰতি প্ৰলোভিত হোৱা পৰিলক্ষিত হয়। এনে অৱস্থাত বাইক চলালে কি অৱস্থা হ'ব সেয়া সহজে অনুমেয়।

ভাল দিশৰ পৰা চালে এই দুয়োটাই আমাৰ আৱশ্যকীয় বস্তু। ইয়াৰ সঠিক ব্যৱহাৰ কৰিলে ই কোনো ক্ষেত্ৰতে বাধা সৃষ্টি কৰিব নোৱাৰে। বৰঞ্চ উপকাৰহে সাধন কৰিব। ইয়াৰ সু-প্ৰভাৱ নিৰ্ভৰ কৰিব কেৱল সঠিক ভাৱে ব্যৱহাৰ কৰাৰ ওপৰত।





# অসমৰ লগত নেপালীৰ সম্বন্ধ

নেহা সিং লহাৰ
স্নাতক চতুৰ্থ ষাণ্মাসিক
কলা শাখা

কৰ্ম কুশল নেপালীসকলৰ কথা ভাবিলেই মনত পৰে এই গীতটিঃ 'হাতমা গোলী কাধমা বন্ধুক, জানু পৰো কাপ্তী নসি জৰ্মান কো ধাৰমা', মনত পৰে গোৰ্খা ৰেজিমেণ্টৰ কথা, অসমৰ হাবিয়ে চাপৰিয়ে গৰু খুটি পতা নেপালী গোৱালাসকলৰ কথা, অসমৰ কাৰ্যালয়বোৰত নিযুক্ত চতুৰ্থ শ্ৰেণীৰ কৰ্মচাৰীসকলৰ কথা। নেপালৰ লগত অসমৰ সম্বন্ধ অতি পুৰণি. হৰ্ষাব্দ ১৫৩ৰ নেপালৰাজ দ্বিতীয় জয়দেৱৰ পশুপতি শাসনত ৰাণী ৰাজ্যমতীক "ভগদত্ত ৰাজকুলজ" বোলা হৈছে আৰু তাৰ পৰা ৰাজ্যমতীৰ পিতা হৰ্ষদেৱক কামৰূপৰ হৰ্ষবৰ্মদেৱ বুলি কনক লাল বৰুৱাদেৱে নিৰ্ণয় কৰিছিল। কোচবিহাৰ ৰাজ্য প্ৰতিষ্ঠা কৰা বিশ্বসিংহই নেপালৰ পৰা কন্যকন্তিক বিবাহ কৰিছিল আৰু তেওঁৰ কোঁৱৰ নৰসিংহক অতি আদৰ কৰিছিল। সেই পুৰণি কালৰ পৰা এই প্ৰদেশলৈ নেপালী লোক আহিছিল বুলি অনুমান কৰিব পাৰি।



শংকৰদেৱৰ ভাগৱতত উল্লেখিত জাতিৰ ভিতৰত গোৱালসকল এই নেপালী বুলি অনুমান হয়। কিন্তু যোৱা শতিকাৰ আৰম্ভণিৰ পৰাহে অসম তথা ভাৰতত অন্যান্য ঠাইলৈ নেপালী সকলৰ প্ৰব্ৰজনৰ ইতিহাস পোৱা যায়। ১৮১৬ চনৰ ইংৰাজ নেপালীৰ সুগোল সন্ধি ক্ৰমে গড়ৱাল, কুমাওন, ছিমলা, নৈনিতাল তৰাই অঞ্চল আদি এক বহল ভূখণ্ড নেপালে বৃটিছক এৰি দিয়ে। লগে লগে লাখ লাখ নেপালী ভাৰতীয় প্ৰজা হৈ পৰিল। নিপুন যুঁজাৰু অনেক নেপালী বৃটিছৰ ভাৰতীয় সৈন্য দলত সোমাইছিল আৰু অৱসৰৰ পিছত ভাৰতীয় হৈ ৰৈ গৈছিল। ইয়াৰ পিছত গো-পালক ৰূপে, বনুৱা হিচাপে, অন্নৰ সন্ধানত অলেখ নেপালী ভাৰত তথা অসমলৈ আহি ইয়াত আছে। কামাখ্যা, পৰশুকুণ্ডলৈ তীৰ্থ যাত্ৰাত অহা নেপালৰ লোকে ইয়াত ৰৈ যোৱা বিৰল নহয়। অসমৰ অনেক নেপালীৰ চাৰি-পাঁচ পুৰুষে বোধ হয় অসমতে হাড় পেলাইছে বা ইয়াৰে বতাহ পানী খাই ডাঙৰ হৈছে। স্থানীয় লোকৰ লগত গাঢ় সংযোগৰ কথা অসমীয়া লোক গীতত প্ৰতি ধ্বনিত হৈছে। তেওঁলোকৰ ভাগ্য স্থানীয় ভাগ্যৰ লগত নিবিড় ভাবে জড়িত হৈ পৰিছে। অসমৰ তেওঁলোক আজি অবিচ্ছেদ্য অংশ হৈ পৰিছে।





# বৰ্তমান ছাত্ৰ সমাজৰ বিশৃংখলতা আৰু ইয়াৰ প্ৰতিকাৰ

ৰাখী ফুকন
উচ্চতৰ মাধ্যমিক দ্বিতীয় বৰ্ষ

ছাত্ৰ জীৱনত অধ্যয়নেই ছাত্ৰৰ প্ৰধান কৰ্তব্য। যি সময়লৈকে অধ্যয়ন চলি থাকে, সেই সময়লৈকে ছাত্ৰাৱস্থা। আগৰ দিনত ছাত্ৰক শিষ্য বুলি কোৱা হৈছিল। তেতিয়া সেই শিষ্যসকলে গুৰুৰ বাসগৃহত থাকি শিক্ষালাভ কৰিছিল। গুৰুৰ আলপৈচান ধৰি, নিজৰ আহাৰ নিজে তৈয়াৰ কৰি তেওঁলোকে জ্ঞান অৰ্জন কৰিছিল। তেতিয়া শিক্ষক বা গুৰু আৰু ছাত্ৰৰ সম্বন্ধ অতি মধুৰ আৰু অতি সৌহাদ্যপূৰ্ণ আছিল। কিন্তু আজিকালি প্ৰায় তাৰ বিপৰীতহে দেখা যায়।

বৰ্তমান ছাত্ৰ সমাজ এনে গতিত উঠি আহিছে যে তেওঁলোকে শিক্ষক-ছাত্ৰ, বন্ধু-বান্ধৱী, পিতৃ-মাতৃ আদিৰ সম্বন্ধ ছেদ কৰি পেলাইছে। কিন্তু এই উঠি অহা যুৱ সমাজেই আমাৰ ভৱিষ্যত দেশখনৰ গুৰি ধৰোঁতা। কিন্তু আমাৰ এই যুৱ সমাজ বিপথগামী হৈ পৰিছে। আজিকালি প্ৰায় দেখা যায় যে নৱম বা দশম শ্ৰেণী পোৱাৰ লগে লগেই প্ৰতিজন ছাত্ৰই নিজৰ পিতৃ-মাতৃ, ভাই-ককাইৰ অবাধ্য হৈ পৰে। তাৰোপৰি আজি এই যুৱ সমাজৰ অসৎ ব্যৱহাৰ, ৰেগিং আদিৰ ফলত বহুতো মেধাৱী ছাত্ৰৰ জীৱন অন্ধ হৈ পৰিছে. প্ৰতি বছৰে নৱাগত সকলৰ প্ৰায় সংখ্যকেই এই ব্যাধিৰ কবলত পৰা দেখা গৈছে। আনহাতে আজিকালি প্ৰায়বোৰ বিশ্ববিদ্যালয়, মহাবিদ্যালয়ত এই যুৱ সমাজৰ দ্বাৰা ড্ৰাগছ আৰু অন্যান্য মাদক দ্ৰব্য আদি সেৱন কৰা দেখা গৈছে। তাৰ ফলত প্ৰায়বোৰ ছাত্ৰ-ছাত্ৰীৰ এটা উজ্বল ভৱিষ্যত ধ্বংস হৈ পৰিছে। বহুতো ছাত্ৰ বা ছাত্ৰীয়ে ইয়াৰ পৰা হোৱা মানসিক আঘাত সহ্য কৰিব নোৱাৰি শিক্ষা আধৰুৱা কৰি মৃত্যুৰ মুখলৈ বা ধ্বংসৰ পথলৈ নামি গৈছে।





কিন্তু বৰ্তমান যুৱ সমাজৰ এই বিশৃংখলতা প্ৰতিৰোধ কৰিবলৈ আমাৰ পিতৃ-মাতৃ সকলৰ যথেষ্ট ভূমিকা আছে। এই ক্ষেত্ৰত বৰ্তমান ছাত্ৰ-ছাত্ৰীসকলে সকলো অৱহেলা নকৰি অহোপুৰুষাৰ্থ কৰিব লাগে। নিজৰ লগৰ কোনো ছাত্ৰ নাইবা ছাত্ৰীক এনে বিপথগামী হোৱা দেখিলে তেওঁলোকৰ সঙ্গ ত্যাগ কৰা উচিত নহয়। বৰঞ্চ তেওঁলোকক বুজায় বঢ়ায় নহ'লে সৎ লোকৰ সহায় লৈ তেওঁলোকক সৎ পথলৈ আনিবলৈ চেষ্টা কৰিব লাগে। বৰ্তমান মাদক দ্ৰব্য, ৰেগিং আদিৰ বিৰুদ্ধে প্ৰত্যেকজনে ছাত্ৰ-ছাত্ৰীয়ে প্ৰতিবাদ কৰিব লাগে।

বৰ্তমান উঠি অহা ছাত্ৰ সমাজৰ প্ৰতি পিতৃ-মাতৃসকলেও নিজকে দায়িত্বশীল বুলি ভাবিব পাৰিব লাগিব। কাৰণ নিজৰ সন্তানক ডাঙৰ-দীঘল কৰি সেই সন্তানৰ সকলো ধৰণৰ দায়িত্ব কান্ধ পাতি লৈ শিক্ষা গ্ৰহণৰ বাবে বিদ্যালয়ত ভৰ্তি কৰাই বাহিৰৰ জগতৰ লগত চিনাকি কৰি দিয়াৰ উপৰিও সু-স্বভাৱ চৰিত্ৰৰ মাজেদি উজ্জ্বল ভৱিষ্যত গঢ়ি তুলিবলৈ সকলো পিতৃ-মাতৃয়েই যত্নপৰ হ'ব লাগিব। কাৰণ জন্মৰ পাছৰ পৰাই শিশুৱে পিতৃ-মাতৃ আৰু পৰিয়ালৰ আন সদস্যৰ পৰাই নিজকে গঢ় দিবলৈ শিকে। কিন্তু বহু পিতৃ-মাতৃ বা অভিভাৱকসকলে নিজেই সৎ আৰু শুদ্ধ নোহোৱাৰ বাবেই নিজৰ ল'ৰা-ছোৱালীৰ মনতো সৎ আদৰ্শৰ চাপ বহুৱাব নোৱাৰে।

*ছাত্ৰ জীৱনত অধ্যয়নেই ছাত্ৰৰ প্ৰধান কৰ্তব্য। যি সময়লৈকে অধ্যয়ন চলি থাকে, সেই সময়লৈকে ছাত্ৰাৱস্থা। আগৰ দিনত ছাত্ৰক শিষ্য বুলি কোৱা হৈছিল। তেতিয়া সেই শিষ্যসকলে গুৰুৰ বাসগৃহত থাকি শিক্ষালাভ কৰিছিল। গুৰুৰ আলপৈচান ধৰি, নিজৰ আহাৰ নিজে তৈয়াৰ কৰি তেওঁলোকে জ্ঞান অৰ্জন কৰিছিল। তেতিয়া শিক্ষক বা গুৰু আৰু ছাত্ৰৰ সম্বন্ধ অতি মধুৰ আৰু অতি সৌহাদ্যপূৰ্ণ আছিল। কিন্তু আজিকালি প্ৰায় তাৰ বিপৰীতহে দেখা যায়।*

আগৰ দিনৰ বৃদ্ধ সকলৰ মুখত এষাৰ কথা শুনা যায় যে 'চেকনিৰ আগতহে বিদ্যা'। গতিকে পঢ়াৰ ক্ষেত্ৰতেই হওঁক বা কোনো অপৰাধৰ ক্ষেত্ৰতেই হওঁক শিক্ষকে যদি কোনোবা ছাত্ৰক কেতিয়াবা শাস্তি দিয়ে তেন্তে সেয়া শিক্ষকৰ কৰ্তব্য বুলিহে গণ্য কৰা উচিত। বৰ্তমান অৱস্থাত শিক্ষকৰ আৰু ছাত্ৰৰ মাজৰ সম্বন্ধ ক্ৰমে শত্ৰুতালৈ পৰ্যবসিত হোৱা দেখা গৈছে। আজিকালি প্ৰায়ে দেখা যায় যে কোনো ছাত্ৰই অসৎ উপায় অৱলম্বন কৰাৰ চেষ্টা কৰিলে তেনে ক্ষেত্ৰত শিক্ষকে তেওঁৰ শিক্ষকতাৰ ভূমিকা পালন কৰিবলৈ যাওঁতে শিক্ষক আৰু ছাত্ৰৰ সম্বন্ধ গুচি পৰস্পৰ শত্ৰুভাৱাপন্ন হৈ পৰে। কোনো কোনো ঠাইত ছাত্ৰই শিক্ষকক এইবোৰ কাৰণত বাটত ধৰি অপমান কৰাও দেখা যায়। এইটো আমাৰ ছাত্ৰ-ছাত্ৰীৰ অথবা সমাজৰ বাবে অতি লজ্জাজনক কথা।

সমাজৰ চিন্তাশীল ব্যক্তিসকলে যুৱ প্ৰজন্মক মানৱ সম্পদ হিচাপে গণ্য কৰি আহিছে। এই মানৱ সম্পদক প্ৰকৃতাৰ্থত ব্যৱহাৰ কৰিব পাৰিলে দেশ চহকী আৰু সমৃদ্ধিশালী হ'বই। সেইবাবে আমি সকলোৱে এখন সুস্থ সবল সমাজ গঠন কৰা ক্ষেত্ৰত নিজকে আত্মনিয়োগ কৰিব লাগিব।

# কম্পিউটাৰৰ পৃথিৱী



অৰ্ণৱ সৰকাৰ
উচ্চতৰ মাধ্যমিক দ্বিতীয় বৰ্ষ

বৰ্তমান একবিংশ শতিকাত বিজ্ঞানৰ এক অন্যতম অঁজুলি তথা অভিনৱ উদ্ভাৱন কম্পিউটাৰ অতি ক্ষীপ্ৰ বেগেৰে মানৱ সমাজত আগুৱাই গৈ আছে। হিচাপ নিকাচ, খা-খবৰ আদিৰ অন্যতম মাধ্যম হিচাপে সমাজত কম্পিউটাৰে বিশেষ স্থান লাভ কৰিছে। পঢ়া-শুনাতো কম্পিউটাৰৰ গুৰুত্ব নহওঁ। বৰ্তমান বিভিন্ন বিদ্যালয়ত কম্পিউটাৰৰ শিক্ষাৰ প্ৰচলন অধিক জনপ্ৰিয় কৰি তুলিছে। কম্পিউটাৰৰ বিষয়ে তলত দিয়া হ'ল-

কম্পিউটাৰ এটি বিদ্যুৎ চালিত যন্ত্ৰ। ই কোনো এটা কাম অতি নিখুঁত, বেগেৰে আৰু ভালদৰে কৰিব পাৰে। ইনপুট যন্ত্ৰ আৰু আউটপুট হ'ল এটি কম্পিউটাৰৰ মৌলিক উপাংশ। কম্পিউটাৰৰ এটাৰ যিবোৰ অংশক চুব আৰু অনুভৱ কৰিব পৰা যায় তেনে অংশক হাৰ্ডৱেৰ আৰু যিবোৰ অংশক চুব নোৱাৰি বৰং চাবহে বা শুনিবহে পাৰি তেনেবোৰ অংশক চফ্‌টৱেৰ বোলা হয়। পোন প্ৰথমে কম্পিউটাৰ উদ্ভাৱন হৈছিল ১৯৪০ চনত। সি আছিল এটি সাধাৰণভাৱে নিৰ্মিত কম্পিউটাৰ। বৰ্তমান আমি ব্যৱহাৰ কৰি থকা কম্পিউটাৰটি ১৯৮০ চনতহে উদ্ভাৱন কৰা হৈছিল। এইটো কম্পিউটাৰ আছিল উন্নত আৰু বেছি ব্যৱহাৰযোগ্য। সেয়েহে ইয়াক 'কৃত্ৰিম বুদ্ধিমত্তা' নামেৰে অভিহিত কৰিছিল।

কম্পিউটাৰ এটিৰ মূল অংশবোৰ নাম- কীবোৰ্ড, মাউচ, মনিটৰ, প্ৰিন্টাৰ আদি। কীবোৰ্ড হ'ল এনে এক অংশত টেক্সটসমূহ কৰা হয়। মাউচ হ'ল এটা গুৰুত্বপূৰ্ণ যন্ত্ৰ যিয়ে মনিটৰৰ ওপৰত অপচনক নিৰ্বাচন কৰি প্ৰদৰ্শন কৰে। মাউচ সাধাৰণতে দুবিধ- যান্ত্ৰিক আৰু অপ্টিক মাউচ। মনিটৰ মূলপাঠ আৰু গ্ৰাফিক্সবোৰক প্ৰদৰ্শন কৰিবলৈ ব্যৱহাৰ কৰে। ইয়াক ভিজিঅ' প্ৰদৰ্শন বুলিও কোৱা হয়। আনহাতে প্ৰিন্টাৰ ব্যৱহাৰ কৰা হয়। কাগজৰ ওপৰত আউটপুট পাবৰ নিমিত্তে। ইয়াৰে এটা অংশ কমি গ'লেও কম্পিউটাৰৰ এটা সম্পূৰ্ণৰূপে বিকল হৈ পৰে। এটা কম্পিউটাৰক ৰক্ষণাবেক্ষণ দিয়াৰ কিছুমান নিয়ম আছে। তলত সেইবোৰ দিয়া হ'ল-

১। কম্পিউটাৰটো শীতল, শুকান আৰু ধূলিমুক্ত পৰিৱেশত ৰখা।
২। দিনটোৰ শেষত কম্পিউটাৰটোক ঢাকি ৰখা।
৩। কম্পিউটাৰৰ ওপৰত পোনে পোনে ৰ'দ পৰিবলৈ নিদিয়া।
৪। যেতিয়া কম্পিউটাৰ অন হৈ থাকে তেতিয়া তাৰ ওচৰে-পাজৰে কোনো বৈদ্যুতিক বস্তু নচলোৱা।
৫। মাউচটো এটা মাউচ পেডৰ ওপৰত ৰখা।
৬। কীবোৰ্ডত জোৰেৰে আঘাত নকৰা।
৭। কীবোৰ্ডত কোনো বস্তু নোপোৱা ইত্যাদি।





# চাইকেলৰ বিষয়ে

চহিন আহমেদ
উচ্চতৰ মাধ্যমিক দ্বিতীয় বৰ্ষ



বহু চিন্তা ভাবনাৰ অন্তত ১৮৩৯ চনত স্কটলেণ্ডৰ মেকমিলান নামৰ এজন কমাৰে পেডেল থকা এখন চাইকেল সাজি উলিয়াইছিল। মেকমিলানৰ এই চাইকেলক আধুনিক চাইকেলৰ পূৰ্বাৱস্থা বোলা হয়।

চাইকেল বুলি ক'লে চিনি নেপোৱা মানুহ এই বিশ্বত নাই। কিন্তু চাইকেলৰ সম্পূৰ্ণ নাম হৈছে 'বাই চাইকেল' ইয়াৰ অৰ্থ দুচকীয়া বাহন।

১৯৬০ চনত ফ্ৰান্সৰ দাছিভ্ৰাক নামৰ এজন লোকে সৰ্বপ্ৰথম কাঠৰ দুটা চকা থকা এখন চাইকেল নিৰ্মাণ কৰিছিল বুলি জনা যায়। ইয়াৰ বহু বছৰৰ পাছত ১৭৭৯ চনত জাৰ্মানত 'ভেলোচাইপিড' নামৰ এখন চাইকেল নিৰ্মাণ কৰা হয়।

ইয়াৰ পিছত ১৮১৭-১৮ চনত ইংলেণ্ডৰ জন ডেনিছনামৰ এজন লোকে ভেলোচাইপিডৰ আহিৰে এখন ভৰিৰে হেঁচুকি আগুৱাই যাব পৰা চাইকেল প্ৰস্তুত কৰিছিল। ইয়াৰ নাম হৈছিল 'হবি-হৰ্চ'। বহু চিন্তা ভাবনাৰ অন্তত ১৮৩৯ চনত স্কটলেণ্ডৰ মেকমিলান নামৰ এজন কমাৰে পেডেল থকা এখন চাইকেল সাজি উলিয়াইছিল।

মেকমিলানৰ চাইকেল আৱিষ্কাৰ ৩০ বছৰমানৰ পাছত চিলাই মেচিন নিৰ্মাণ কৰা এটা কোম্পানীয়ে 'পেনি-ফৰ্ডিং' নামৰ এখন চাইকেল সাজি উলিয়াইছিল। এই চাইকেলৰ আকৌ আগৰ চকাটোতকৈ পিছৰ চকাটো আছিল অতিশয় সৰু সেই সময়তে ফ্ৰান্সৰ 'পিয়েৰ লা-নিমে' নামৰ ব্যৱসায়ী এজনে 'বন শেকাৰ' নামৰ এখন চাইকেল সাজি উলিয়াইছিল। এইদৰে ক্ৰমান্বয়ে চাইকেলৰ বেহৰূপ সলনি হ'বলৈ ধৰিলে। ১৮৮৫ চনত ৰোভাৰ নামৰ কোম্পানী এটাই 'ৰোভাৰ' নামৰ এখন চাইকেল সাজি উলিয়ায়। ১৮৮৮ চনত বতাহ ভৰাব পৰা টিউব আৱিষ্কাৰ হ'ল আৰু চাইকেলে বৰ্তমানৰ অৱস্থা পালে।





# আটলাণ্টিক মহাসাগৰৰ বিস্ময়ৰ তলিভাগ

গৌতম কাশ্যপ
উচ্চতৰ মাধ্যমিক দ্বিতীয় বৰ্ষ

আটলাণ্টিক মহাসাগৰখন পূবৰ ইউৰোপ আৰু আফ্ৰিকাৰ পৰা পশ্চিমৰ উত্তৰ আমেৰিকা আৰু দক্ষিণ আমেৰিকাৰ মাজত অৱস্থিত আটলাণ্টিক মহাসাগৰে ৮২ নিযুত বৰ্গ কিঃমিঃ ঠাই আগুৰি আছে। এই মহাসাগৰখন দেখিবলৈ ইংৰাজী বৰ্ণমালাৰ এছ 'S' আখৰটোৰ দৰে। উত্তৰা-দক্ষিণাকৈ এই মহাসাগৰ ১৫,০০০ কিঃমিঃ দীঘল। বিষুব ৰেখাৰ অলপ উত্তৰত এই মহাসাগৰ ২৫০০ কিঃমিঃ। এই অঞ্চলত মহাসাগৰখন আটাইতকৈ ঠেক।

আটলাণ্টিক মহাসাগৰৰ মহীসোপান কিছুমান ঠাইত বহল আৰু কিছুমান ঠাইত ঠেক। ইয়াৰ উপৰি আটলাণ্টিক মহাসাগৰত ইয়াৰ ঠিক সোঁ-মাজেদি উত্তৰা-দক্ষিণাকৈ এলানি শৈলশিৰা আছে। ইয়াক মধ্য আটলাণ্টিক শৈলশিৰ' বোলে। এই শৈলশিৰা লানিক বিভিন্ন অংশত বিভিন্ন নামেৰে জনা যায়। ইয়াৰ একেবাৰে উত্তৰ-পূৰৰ অংশক উইভিল থমচন (Wyville Thomson) শৈলশিৰা, গ্ৰীণলেণ্ড দক্ষিণ অংশক টেলিগ্ৰাফ মালভূমি (Telegraph Plateau) বোলে। আকৌ দক্ষিণলৈ চেলেঞ্জাৰ শৈলশিৰা (Challenger Ridge) নামেৰে জনা যায়। চেলেঞ্জাৰ শৈলশিৰৰ এটা অংশ পূৱলৈ দক্ষিণ আফ্ৰিকাৰ দিশত ফাটি গৈছে। ইয়াৰ নাম হৈছে বালভিচ (Walvis) শৈলশিৰা।

আটলাণ্টিক মহাসাগৰৰ তলিভাগত মধ্য আটলাণ্টিক শৈলশিৰাই সৃষ্টি [redacted] বহতো দ্ৰোণী (Basin) দেখা যায়। দ্ৰোণী [redacted] তলিত দেখিবলৈ পোৱা এবিধ ভূ-অৱয়ৱ। এনে দ্ৰোণীবোৰৰ ভিতৰত আটলাণ্টিক মহাসাগৰত দেখা পোৱা কেইবিধমান দ্ৰোণী হ'ল লাব্ৰাডোৰ দ্ৰোণী, কেপভাডি দ্ৰোণী, উত্তৰ-পূব আটলাণ্টিক দ্ৰোণী ইত্যাদি। এই দ্ৰোণীবোৰৰ উপৰিও আটলাণ্টিক মহাসাগৰত গাইনীয়া, ব্ৰাজিলিয়া আৰ্জেণ্টিনা আদি [redacted] বহতো দ্ৰোণী আছে।

আটলাণ্টিক মহাসাগৰত কিছুমান খাতৰ সন্ধান পোৱা হৈছে যদিও এনে খাতৰ সংখ্যা কম। ইয়াৰ ভিতৰত নাৰেচ, কলম্বিয়া, দপোৰ্টৰিক, ৰোমাঁচি, চেণ্টুইচ দক্ষিণখাত আদি উল্লেখযোগ্য। খাতবোৰৰ নাৰেচ (৬৫০০ মিটাৰ), কলম্বিয়া (৫,১২৫ মিটাৰ), পোৰ্টৰিক (১০,০৮২ মিটাৰ), ৰোমাঁচি (৮,৩০৫ মিটাৰ), চেণ্টুইচ দক্ষিণ (৯,০৩৮ মিটাৰ) গভীৰ। আটলাণ্টিক মহাসাগৰৰ তলিত কিছুমান দ্বীপ আছে। এইবোৰৰ ভিতৰত এজোৰচ এছেন্চিয়ন, মেডেৰীয়া, বাৰ্মুদা আদি প্ৰধান। ইয়াৰ উপৰিও মানৱ সমাজৰ অজ্ঞাতে বহুত ৰহস্য আছে আৰু এতিয়াও বহুতো ৰহস্য মানুহে উদ্‌ঘাটন কৰিবলৈ বাকী আছে।





# মহান বিজ্ঞানীৰ ৰসাল কাহিনী



পিংকি গগৈ
স্নাতক ষষ্ঠ ষাণ্মাসিক

(ক) ইহুদী বংশীয় বিশ্ববিশ্ৰুত জাৰ্মান পদাৰ্থ বিজ্ঞানী আৰু গণিতজ্ঞ এলবাৰ্ট আইনষ্টাইনৰ ওচৰলৈ এদিন বেপাৰী এজন আহিল। বেপাৰীজন আছিল বৈদ্যুতিক লিফ্‌ট বিক্ৰেটা। সেই বেপাৰীজনৰ কথাত তেওঁ বৰ মুগ্ধ হৈছিল আৰু তেওঁ লিফ্‌ট এখনৰ বাবে অৰ্ডাৰো দি পঠিয়ালে। বেপাৰীজনে টকা ল'বৰ বাবে আইনষ্টাইনৰ চেক্ৰেটাৰীৰ ওচৰলৈ যোৱাত চেক্ৰেটাৰীজনে অৰ্ডাৰটো নাকচ কৰি দিলে আৰু আইনষ্টাইনৰ ওচৰলৈ গৈ তেওঁ ক'লে যে ছাৰ আমাৰ ঘৰটো এমহলীয়াহে ইয়াত লিফ্‌টৰ প্ৰয়োজন কি?

(খ) ইংৰাজ জ্যোতিৰ্বিদ আৰু গণিতজ্ঞ ছাৰ আইজাক নিউটনে এদিন উইলিয়াম ষ্টাকলিয়েক দিনত আহাৰ গ্ৰহণৰ বাবে নিমন্ত্ৰণ জনালে। যথা সময়ত ষ্টাকলিয়ে আহি দেখিলে যে নিউটনে তেতিয়াও অধ্যয়ন ব্যস্ত হৈ আছে: কিছু সময়ৰ পাছত ষ্টকলিয়ে ডাইনিং টেবুলত গৈ নিজৰ আহাৰ খাই শেষ কৰি পেলালে। আচলতে নিউটনে পাহৰি গৈছিল যে তেওঁ ষ্টাকলিক নিমন্ত্ৰণ কৰিছিল। সেয়েহে তেওঁ কিছু সময়ৰ পিছত গৈ দেখিলে যে ডাইনিং টেবুলত এখন পাত্ৰ খালি হৈ আছে আৰু ষ্টাকলিক ক'লে, 'চাওকচোন মই যে নিজৰ ভাগৰ আহাৰ খাই গ'লো, সেইটো পাহৰিলোৱেই।'

(গ) বিখ্যাত মাৰ্কিন বিজ্ঞানী 'আবিষ্কাৰৰ মেছিন' আৰু আধুনিক প্ৰযুক্তিবিদ্যাৰ জনক টমাছ আলভা এডিচন। এদিনাখন তেওঁ জটিল সমস্যা এটা লৈ চিন্তা কৰি থকাত হঠাৎ কাছাৰীলৈ যাব লগা হ'ল। কাছাৰীত কিবা এটা কৰ দিয়া সেইদিনাই আছিল শেষ দিন। শেষ দিনৰ বাবে কাছাৰীত যথেষ্ট ভিৰ হৈছিল। তেওঁ শাৰীত থিয় দিলে কিন্তু বেতিয়া কাউণ্টাৰ ওচৰ পালে তেওঁৰ নামটো সোধাত তেওঁ একো ক'ব নোৱাৰিলে। তেওঁ এটাই মাত্ৰ শব্দ ক'লে, 'পাহৰিলো' শাৰীৰ সকলো মানুহে গিৰ্জনি মাৰি হাঁহি দিলে। পিছত শাৰীৰ একেবাৰে কাষত থকা এজন চিনাকি মানুহে 'এডিচন' বুলি চিঞৰি দিয়াতহে কৰ দিব পাৰিলে।



# আত্মৰক্ষাৰ 'কাৰাটে-ডু'

ৰজত কুমাৰ ভাৰ্গৱ
স্নাতক ষষ্ঠ ষাণ্মাসিক
বাণিজ্য শাখা

অতীজতে প্ৰাচীন কালত অহিংসা ধৰ্মীয় লোকসকলে ধৰ্মৰ নামত হাবিয়ে বননীয়ে, পাহাৰে-ভৈয়ামে ঘুৰি ফুৰিছিল। এনেদৰে ঘুৰি ফুৰোতে হিংস্ৰ জীৱ-জন্তুৰ বা চোৰ ডকাইতৰ সন্মুখীন হৈছিল। সেই সকলোবোৰ আক্ৰমণৰ পৰা ৰক্ষা পাবলৈ অস্ত্ৰহীন সমৰ কলা আৱিষ্কাৰ কৰিছিল আৰু এনেদৰে সমৰ কলা উৎপত্তি হৈছিল। প্ৰাচীন কালৰ পৰাই ধৰ্মীয় ভীক্ষু সকলে ব্যায়াম, যোগা চৰ্চা তথা শৰীৰ চৰ্চা কৰি আহিছে। এইবোৰ হৈছে মানৱ দেহৰ অংগিমা-ভংগীমা অৰ্থাৎ খালী হাতৰ দ্বাৰা বা ভৰিৰ দ্বাৰা প্ৰদৰ্শন কৰা এবিধ জনপ্ৰিয় খেল। যেনে- কাৰাটে, টাই কোৱানডো, জুডো, কুংফু আদিও দেহৰ দ্বাৰাই প্ৰদৰ্শন কৰা এবিধ জনপ্ৰিয় খেল। আমাৰ দেশত এইবোৰ যিমান জনপ্ৰিয় তাতোকৈ প্ৰাচ্যৰ দেশ- চীন, দক্ষিণ কোৰিয়া, জাপান আদিত ইয়াৰ জনপ্ৰিয়তা বহুগুণে বেছি। বৰ্তমান বিশ্বত সমৰ কলা প্ৰতিখন দেশতে জনপ্ৰিয়তা হৈ পৰিছে। বৰ্তমান বিশ্ব অলিম্পিক সন্থাই ভাৰতীয় অলিম্পিক সন্থাক স্বীকৃতি দিছে আৰু ভাৰতত ভাৰতীয় অলিম্পক সন্থাই স্বীকৃতি দিয়া সন্থাটো হৈ All India Karate-Do Fedaration (AIKF). আৰু (AIKF) অসমক স্বীকৃতি দিছে অল ষ্টাইল কাৰাটে-ডু এচুচেতন চন অব অছম (ASKAA)।

কাৰাটে শব্দটো হৈছে এটা জাপানী শব্দ। "কাৰা" মানে খালী বা শূণ্য আৰু "টে" মানে হৈছে হাত অৰ্থাৎ খালী হাত। ইয়াৰ মানে হৈছে বিনা অস্ত্ৰৰে নিজকে আত্মৰক্ষা কৰিব পৰা এবিধ কলা। এই সমৰ কলাৰ প্ৰথম আৰু প্ৰধান কাম হৈছে নিজৰ শৰীৰটো শত্ৰুৰ পৰা ৰক্ষা কৰা। পৃথিৱীত প্ৰত্যেক মানুহৰ মনৰ লগতে আছে এক যুদ্ধ, সেয়েহে কাৰাটে হৈছে এটা আৰ্ট বা কলা। ইয়াক আয়ত্ব কৰিবলৈ প্ৰত্যেককে লাগে এক অনাবিল ধৈৰ্য, সাহস আৰু আত্মবিশ্বাস। এই সমৰ কলাই মানুহৰ শাৰীৰিক উৎকৰ্ষ সাধন কৰাৰ লগতে মানসিক বিকাশ সাধনো কৰে। য'ত সামাজিক ক্ষেত্ৰতো ইয়াৰ গুৰুত্ব অসীম। এই কাৰাটে খেলবিধক যোৱা ২০০০ চনত ৰাষ্ট্ৰীয় আৰু আন্তঃ ৰাষ্ট্ৰীয় খেল বুলি অভিহিত কৰিছে। বিগত এথেন্স অলিম্পিকতো ইয়াৰ প্ৰদৰ্শন অন্যতম আছিল। এইবিধ খেল বিশ্বত পোন প্ৰথমবাৰৰ বাবে আৱিষ্কাৰ কৰিছিল। ১৯২০ চনত জাপান দেশত ইয়াৰ নাম আছিল মাষ্টাৰ ফুনাকাদি গিচিন। ১৯৩৬ চনত তেওঁ জাপানৰ TOSHIMA WARDত Dojo "SHOTOKAN নামৰ এটা ক্লাব প্ৰতিষ্ঠা কৰিছিল। আছিল মাষ্টাৰ ফুনাকাছি গিচিনৰ একমাত্ৰ ছাত্ৰ। সেই প্ৰথম ছাত্ৰৰ নাম অনুসৰিয়েই SHOTOKAN KARATEৰ উদ্ভৱ হৈছিল। সকলোবোৰ আক্ৰমণৰ পৰা ৰক্ষা পাবলৈ এই অস্ত্ৰহীন সমৰ কলাবিধক অবিষ্কাৰ কৰিছিল আৰু এনেদৰে উৎপত্তি হৈছিল। আধ্যাত্মিক ধ্যানৰ দিয়াতো গুৰুত্ব দিছিল। শৰীৰ আৰু মন দুয়োটাকে সবল কৰাৰ উদ্দেশ্যে ইয়াৰ জন্ম হৈছিল।





# স্কুলীয়া জীৱনৰ মিঠা অনুভৱ

মৃদুস্মিতা বৰগোহাঁই
স্নাতক ষষ্ঠ ষাণ্মাসিক
কলা শাখা



জীৱন বৰ অনুপম। এই জীৱনটোত আমি সন্মুখীন হওঁ জীৱনৰ তিতা-মিঠা অনুভৱ তথা অভিজ্ঞতাবোৰ। বোৱঁতী নদীৰ দৰে বৈ যোৱা এই জীৱনটোত আমি বহুতো মানুহক লগ পোৱাতো স্বাভাৱিক কথা। কিন্তু তাৰে কিছুমান ৰৈ যায় মনৰ সাঁচিপাতত চিৰদিনৰ বাবে, যাক মনৰ এটা কোণত আলফুলকৈ ৰখা হয়।

চাওঁতে চাওঁতে এই অভাগিনে মেলাচকৰ শংকৰদেৱ শিশু-বিদ্যা নিকেতনত ১৯৯৯ চনৰ এক অবিচ্ছেদ্য অংশ হৈ সোমাই পৰিছিলো। এই ১২টা বছৰ কেনেদৰে পাৰ হৈ গ'ল ক'বকে নোৱাৰিলো। ভাবিলে এনেকুৱা লাগে যেন পাৰ হৈ যোৱা বছৰবোৰ আমি ধৰি ৰাখিব পৰা হ'লে কিন্তু আমি সকলোৱে জানো যে সময় গতিশীল। এই সময় যিমানেই ধৰি ৰাখিব খোজো ই কিন্তু ৰৈ নাথাকে। কথাতেই কয় সময়ৰ টিকনি সদায় আগফালে।

মোৰ অতিকে হেঁপাঁহৰ শিৱসাগৰ বাণিজ্য মহাবিদ্যালয়ৰ বাৰ্ষিক আলোচনীৰ জৰিয়তে মোৰ মনত খুপ খাই থকা ভাৱ অনুভূতিবোৰ প্ৰকাশ কৰিবলৈ আজি বহুত দিনৰ পৰাই আশা কৰি আছিলো। মই মোৰ শিক্ষা জীৱনৰ পাতনি শংকৰদেৱ বিদ্যা নিকেতনৰ পৰাই আৰম্ভ কৰিছিলো। এনেকৈয়ে সময় বাগৰি দিন মাহ বছৰ পাৰ হৈ গ'ল। বিদ্যালয়ৰ শিক্ষাগুৰু (আচাৰ্য/আচাৰ্যা) আৰু বন্ধু-বান্ধৱী সকলৰ লগত পৰিচয় ঘটিল আৰু আচাৰ্য-আচাৰ্যা সকলৰ মৰম-চেনেহৰ বান্ধোনত বান্ধ খাই পৰিলো। আমি সকলো এটা পৰিয়ালৰ দৰে হৈ পৰিলো।

তেতিয়াই পৰিচয় ঘটিল মোৰ শ্ৰেণীৰ সহপাঠী ছয়নিকা আৰু নিহাৰিকাৰ লগত। শ্ৰেণীৰ সমূহ বন্ধু-বান্ধৱীৰ লগত পৰিচয় ঘটিল যদিও আমি তিনিজনী অন্তৰংগ বন্ধু হৈ পৰিছিলো।

আমাৰ তিনিজনীৰ মৰমৰ আদান-প্ৰদানও ঘটিছিল। আমি তিনিজনী বান্ধৱীয়ে নিজৰ ভগ্নীৰ দৰে হৈ পৰিছিলো আৰু এজনীয়ে আনজনীৰ পথ প্ৰদৰ্শক হৈ পৰিছিলো। আমি তিনিজনী বান্ধৱীয়ে বিদ্যালয়ৰ প্ৰতিটো কামেই নিয়াৰিকৈ কৰিছিলো। বহুত আনন্দৰে পাৰ হৈ গৈছিল দিনবোৰ। কত যে ফুৰ্তি কৰিছিলো। বিদ্যালয়ৰ সৰস্বতী পূজা, গৰম বন্ধ, খেল-ধেমালী সকলো বিষয়তে আগ-ভাগ লৈছিলো। কোনো

কামতে পিছপৰি থকা নাছিলো। তেনেকৈ এদিন-দুদিনকৈ মাহ বছৰ পাৰ হৈ গ'ল। এদিন আহি অষ্টম শ্ৰেণীত ভৰি দিলোহি। পঢ়াৰ দায়িত্ব বাঢ়িব ধৰিলে। কাৰণ আৰু দুটা বছৰৰ পাছতে হাইস্কুল শিক্ষান্ত পৰীক্ষাত অৱতীৰ্ণ হ'ব লাগিব। মন বোৰও গধূৰ হৈ আহিব ধৰিলে। কাৰণ আৰু দুটা বছৰৰ পাছত আমি এই জ্ঞান মন্দিৰ এৰি যাব লাগিব। অষ্টম শ্ৰেণীৰ পৰা নৱম শ্ৰেণীলৈ উত্তীৰ্ণ হোৱাৰ লগে লগে বিদ্যালয়ৰ পৰা ক্ষেত্ৰ অধ্যয়নৰ কাৰণে আচাৰ্য/আচাৰ্যা সকলে যোৰহাট কৃষি বিশ্ববিদ্যালয়লৈ নিবলৈ যো-যা কৰিলে। মনত কিমান যে আনন্দ। আটাইকেইজনীৰ লগতে আন বন্ধু-বান্ধৱীসকলৰ লগতে যাবলৈ পোৱাটো আনন্দ। সেইদিনা আচাৰ্য/আচাৰ্যাসকলে আমাৰ লগত কিমান যে ফুৰ্তি কৰিছিল। সেই মিঠা অনুভূতিবোৰ আজিও মনৰ মাজত সজীৱ হৈ আছে। সেইদৰে নৱম শ্ৰেণী পাৰ কৰি দশম শ্ৰেণীত ভৰি দিলোহি। মনৰ মাজত অলেখ বেদনা। এদিন-দুদিনকৈ নৱেম্বৰ মাহত ভৰি দিলোহি। পৰীক্ষাৰ সময় পালেহি আৰু আমি ইজনীয়ে সিজনীক বিদায় দিয়াৰ সময়ও পালেহি। তাৰ উপৰিও যিখন জ্ঞান মন্দিৰত আমি বাৰটা বছৰ পাৰ কৰিলো সেই মন্দিৰ এৰি যাবৰ হ'ল। আচাৰ্য-আচাৰ্যাৰ সকলৰ লগত কটোৱা প্ৰতিটো মুহূৰ্ত চকুৰ আগত ভাহি আহিব ধৰিছিল। কেনেকৈ এৰি যাম মোৰ মৰমৰ আচাৰ্য-আচাৰ্যাসকল, বন্ধু-বান্ধৱীসকল আৰু লগতে এই মন্দিৰৰ প্ৰতিটো স্মৃতি।

যথা সময়ত হাইস্কুল শিক্ষান্ত পৰীক্ষা হৈ গ'ল আৰু ফলাফল ঘোষণা কৰিলে। আমি তিনিজনী বান্ধৱী ভালদৰে উত্তীৰ্ণ হ'লো। আমাৰ তিনিজনী এতিয়া পঢ়াৰ লক্ষ্য বেলেগ বেলেগ হৈ পৰিল। আমি তিনিজনী নিজৰ নিজৰ লক্ষ্যৰ দিশেৰে আগবাঢ়ি যাবলৈ সাজু হ'লো। মই আৰু হৃদয়নিকা শিৱসাগৰত পঢ়িবলৈ সিদ্ধান্ত ল'লো। কিন্তু নিহাৰিকাই যাব লগা হ'ল যোৰহাট অভিমুখে। হৃদয়নিকা আৰু নিহাৰিকাই বাণিজ্য শাখাত পঢ়াৰ সিদ্ধান্ত কৰিলে আৰু মই কলা শাখাত পঢ়াৰ সিদ্ধান্ত কৰিলো। সময়ৰ সোঁতে আমাৰ তিনিজনীক বহু দূৰ আঁতৰাই লৈ গ'ল কিন্তু আমাৰ বন্ধুত্বৰ এনাজৰী ডাল সদায় মজবুত হৈয়ে থাকিল। তেনেকৈ আমি পাৰ কৰিলো সুখ-দুখৰ দুটা বছৰ।

চ'বলৈ গ'লে ভগৱানৰো যে কি লীলা। আমি সুখে-দুখেৰে পাৰ কৰা দুটা বছৰৰ পাছত শিৱসাগৰ বাণিজ্য মহাবিদ্যালয়ত ২০১৩ বৰ্ষত কলা শাখা নতুনকৈ খোলা হৈছিল। এই আমাৰ মৰমৰ শিৱসাগৰ বাণিজ্য মহাবিদ্যালয়খনে আমাৰ তিনিজনীক পুনৰ লগ পোৱাত সহায় কৰিলে। আমি তিনিজনী আনন্দত আত্মহাৰা হৈ পৰিলো। "সঁচাকৈয়ে মানুহে এনেই নকয় স্কুলীয়া জীৱন চিৰ মধুময়ীয়া।" ধন্যবাদ।

- 'মই টোপনি গৈছিলো আৰু সপোনত দেখিছিলো যে জীৱন মানে সৌন্দৰ্য। মই সাৰ পালো আৰু দেখিলো যে জীৱন মানে কৰ্তব্য।'

—এলেন ষ্টাৰ্গিজহগাৰ।

- 'আত্মহানন হ'লে মৃত্যুৰ বিৰুদ্ধে বিদ্ৰোহ।'

—হেমিংওৱে

- 'দৃঢ় সংকল্প নহ'লে কোনো ভাল কাম কৰা সম্ভৱপৰ নহয়।'

—মহাত্মা গান্ধী

- পাখি লগা সময়বোৰ অবাবত নকটাবা, এবাৰ পাৰ হৈ গ'লে তাক সোণেৰেও ক্ৰয় কৰিব নোৱাৰা।

—এ. পি. জে. আব্দুল কালাম





# উতলা ফাগুনৰ উৰুঙা আবেলি

কনচেং বুঢ়াগোহাঁই
স্নাতক ষষ্ঠ ষাণ্মাসিক
বাণিজ্য শাখা

ফাগুনৰ ধুলিময় আকাশক দুবাৰৈ ঠেলি সৰুকৈ এজাক পছোৱাৰ সৈতে নামি আহিছে এজাক টিপটিপীয়া বৰষুণ। আগফালৰ সৰু বাৰাণ্ডাখনত বহি জোনাকে একান্তমনে চাই আছে কৃষ্ণচূড়াজোপাৰ চিৰিলি চিৰিলি পাতবোৰেৰে এটোপ দুটোপকৈ সৰি পৰা বৰষুণৰ টোপালবোৰ। কিমান যে স্মৃতি বিজড়িত হৈ আছে জোনাকৰ বাবে এইজাক বৰষুণ।

জোন, কিনো ভাবি আছ অ তই। ভাত বাঢ়িলো আহ খাবলৈ। মাকে মৰমতে মতা নামটো শুনিহে যেন বাস্তৱলৈ ঘূৰি আহিল জোনাক।

কথা এটা ভাবি আছিলো, তুমি মাতি সাউৎকৈ পাহৰাই দিলাহি।

কিনো কথা ভাবি আছ অ বৰষুণজাক চাই চাই। পাছত ভাবিবি আহ। আগতে ভাত খাই লহি। ঠাণ্ডা হ'ব নহলে- কথাষাৰ কৈ ব্যস্তভাৱে আঁতৰি গৈছিল মাক।

ব'লা গৈছো। কিন্তু জোনাকৰ মনটোৱে যেন কৈ উঠিছিল- তুমি কিয় বুজিও নুবুজা মা। কিয় তুমি কণীয়া মানুহজনীয়ে নিজে দুখৰ বুজা সহি মোক সান্ত্বনা দিয়া। তুমিতো জানা মা, মোৰ কল্পনাবোৰ কেতিয়াবাই ভাগি গৈছে। যিবোৰ কল্পনাক মই বাস্তৱত পৰিণত কৰিব নোৱাৰিলোঁ।

পুৱাৰ বাতৰিৰ শিৰোনাম দখল কৰা বাতৰিটো দেখি তাৰ অন্তৰখন কঁপি উঠিল অকস্মাৎ। লগে লগেই যেন এটা প্ৰশ্নবোধক চিহ্ন তাৰ দুচকুত ভাঁহি আহিল। যাব জানো সি তালৈ। কাক চাবগৈ, কি বিচাৰি পাব তাত? পাব জানো এতিয়া তাত কাৰোবাৰ সেই আগৰ মৰম, ভালপোৱাৰ অভিমানী মৰমবোৰ?? দিব জানো তাত কোনোবাই??? সেইবাবেই লিখিছে নেকি এতিয়া তাৰ কলিজাৰ তেজেৰে হৃদয়ৰ পৃষ্ঠাত

জোনাক নিশা নাযাও মই
তোমাৰ সপোনৰ কাৰেঙত
কোলাহল কৰিব।
স্তব্ধ হৈ পৰিল আজি
মোৰ ভালপোৱাৰ
সেই বলুৱা বগা ঘোঁৰাটো
কিবা যেন অসূৰ্য়া হৈ পৰিল
তাৰ হৃদয়ৰ অনুভৱবোৰ
নাযায় আজি সি
সপোনৰ জোনাক নিশাত
নৈ পাৰৰ কহুৱাত
বিষাদৰ হমুনিয়াহ এৰিব।
নাচায় আজি সি
অতীতৰ ইতিহাস
বিষাদৰ নষ্টালজিয়া হৈ পৰিল
আজি সকলো।

কিন্তু কাৰ বাবে লিখিছে সি। যেন আৰু নোৱাৰি.... কোনোখিনিত যেন বৈ গৈছে অনুভৱৰ শব্দবোৰ। তাৰ কবিতাৰ ভাষাবোৰ। সঁচাকৈ কাৰ বাবে লিখিছে সি? কাৰ আছে ইমান হিয়াভৰা তাগিদা যে তাৰ হৃদয়ত বিষাদৰে ভৰি থকা শব্দবোৰে কবিতাৰ ৰূপ ল'ব। স্বতঃস্ফূৰ্তভাৱে নাহিলে নোৱাৰে কোনেও। নবয় কেতিয়াও হৃদয়ত ঢৌ তোলা আবেগৰ শান্ত-সমাহিত সেই নদীখন। নিজৰ হৃদয়খনক নিজে কৈ উঠিল সি।

চোতাললৈ ওলাই আহিল জোনাক বৰ অকলশৰীয়া আজি সি। তাৰ যৌৱনৰ ভালপোৱা, প্ৰেমৰ ফুলনিখনৰ আৱৰ্জনিৰ ফুলপাহ কুঁহিতে ছিঙি থৈ গৈছিল কোনোবাই। যাৰ





ওচৰত এতিয়া জোনাক যাব লাগে। এদিন সি সঁচাকৈ ভাবিছিল ভালপোৱাতকৈ যে পাই হেৰুৱা বেদনা অসহনীয় আৰু আজিও যেন সি পাইও হেৰুৱাৰ যাব হে নিচাৰিছে কাৰোবাৰ কাষলৈ।

জোনাক মহাবিদ্যালয়ৰ দ্বিতীয় বৰ্ষৰ ছাত্ৰ। জীৱনৰ সৰু সুৰা কথাবোৰতো অভিজ্ঞতাবে পুষ্ট হৈ পৰা এটা বিশ বছৰীয়া তেজাল ডেকা। কেইদিনমান আগলৈকে নিজকে পৃথিৱীৰ আটাইতকৈ সুখী মানুহটো বুলি ভবা ল'ৰাটো আজি সবাতোতকৈ দুখী। কি নাছিল তাৰ, মৰমৰ ঘৰখন, বন্ধু-বান্ধৱী আৰু তাই। জোনাকে নিজতকৈ বেছি ভাল পাব ধৰা সেই স্বপ্নালী। ৩ বছৰৰ আগতে হাইস্কুল শিক্ষান্ত পৰীক্ষাত উত্তীৰ্ণ হৈ যেতিয়া হায়াৰ ছেকেণ্ডাৰী পঢ়িব সৈছিল তেতিয়া জোনাকে হেৰুৱাই পেলাইছিল তাৰ জীৱনৰ এজন পথ প্ৰদৰ্শকক, যাক সি দেউতা সম্বোধন কৰিছিল। ভাগি পৰিছিল সি, তাক সান্ত্বনা দিছিল বান্ধু-বান্ধৱে। কিন্তু সান্ত্বনা দুচকুৰ অশ্ৰুৰে ঘুৰাই দিব নোৱাৰে আপোনজন। দুচকুৰ সেই টোপাল হৈ পৰা অশ্ৰুবোৰ তাৰ বাবে অৱশ্যে সান্তনাই হৈ পৰিছিল।

বিছনাখনত পৰি লৈ সি ৩ বছৰৰ আগৰ কথাবোৰ ভাবিব ধৰিলে। কিমান আন্তৰিকতাৰে তাৰ কাষলৈ আহিছিল স্বপ্নালী। সিয়ো কিমান বিশ্বাসেৰে আদৰি লৈছিল তাইক। সুখ-দুখৰ প্ৰকাণ্ড ঢৌবোৰে তিয়াই পেলাইছিল তাৰ হৃদয়। সুখবোৰ হৃদয়ৰ বালিত শুকুৱাই থৈ দুখবোৰ বিশাল সমুদ্ৰত এৰি দিছিল সি। আজীৱন ভালপোৱাৰ প্ৰতিশ্ৰুতি যেন লগা হৈছিল দুখন হৃদয়। এখন তাৰ আৰু আনখন হৃদয়ত সি দেখিছিল এযোৰ মৰমসনা দুচকু। চঞ্চল হৈ পৰিছিল তাৰ ভালপোৱা। তাৰ কলমৰ আগেদি নিগৰিত হৈ আহিছিল এটা ভালপোৱাৰ কবিতা-

তুমি থাকা যাবানে মোৰ লগত,
ভালপোৱা নদীৰ কাষলৈ?
অনুভূতিৰ মথাউৰিত সুখ-দুখৰ
কথা পাতিবলৈ।
মই ভাবো তোমাৰ কথা.....!
যেন গৈ আছা তুমি মোৰ লগত,
ভালপোৱা নদীৰ মৰমৰ সোঁতত
এদিন আমি দেখিম গৈ
প্ৰেমৰ এখন বহল সাগৰ
সুখ-দুখৰ প্ৰকাণ্ড ঢৌৱে
তিয়াই পেলাব আমাক
দুখৰ অশ্ৰুবোৰ মিলি যাব
বিশাল সমুদ্ৰত।
তুমি যাবা যাবানে মোৰ লগত?

সেইদিনা জোনাক বেছি দুখত ভাগি পৰিছিল। এৰি থৈ গৈছিল কোনোবাই। হেৰুৱাই পেলাইছিল সি তাৰ নিজৰ ওপৰত থকা বিশ্বাস, মৰম-ভালপোৱাবোৰ। দেউতাকৰ মৃত্যু শোকৰ লগত আৰু এটা বিষাদ মুহূৰ্তৰে লগ হৈ তাৰ প্ৰকৃত গোপনে অশ্ৰুৰ ঢল বৈছিল। স্বতঃস্ফূৰ্তভাৱে ওলাই আহিছিল তাৰ ডায়েৰীৰ পৃষ্ঠাত।

বৰষুণ আৰু অকস্মাৎ আহিলে
হৃদয়ৰ সেউজীয়া পথাৰখন
অলপ ধুৱাই নিবলৈ।
কিন্তু লগত যে আহিছিল
এজাক পছোৱা
ভালপোৱাৰ উমাল পৰশ লৈ।
অলপ জোৰকৈয়ে আহিছিল
পছোৱাজাক,
ঘৰনিখন ভাঙি ছিঙি
থোকা কৰি থৈ গ'ল।

বুজাব নোৱাৰা জোনাকক সেইদিনা বুজাব চেষ্টা কৰিছিল পাৰ্থই।

: নিজক বুজাব নোৱাৰিলে কেনেকৈ হ'ব জোনাক।





এইবোৰটো আজিকালি যান্ত্ৰিকতাৰ পৃথিৱীত সহজ হৈ পৰিছে।

ঃ তই ক'লেই নহ'ব নহয়, মইহে বুজিছো মোৰ কথা।

ঃ বেছি বিশ্বাসত ল'লি তই, সেইবাবেই আজি.......

ঃ কিন্তু মই কি কৰিম, কাক বুজাম এতিয়া। নাৰীৰ অন্তৰখন সদায় কোমল বুলিয়েই জানো। কিন্তু আজি কিয় বিশ্বাসত ল'ব পৰা নাই মই সমগ্ৰ নাৰীজাতিক মাত্ৰ এজনী বিহ বহুৰীয়া গাভৰুৰ বাবে। এনে লাগিছে যেন পৃথিৱীৰ প্ৰতিগৰাকী নাৰীয়ে প্ৰতাৰিকা। নাই নহয়, তাইৰ বাবেই মই বেলেগক ক'ব নোৱাৰো। মই মাত্ৰ তাইক ক'ম, কিয় বুজি নাপালে তই প্ৰেম কি? কিহৰ অনুভূতি? কিয় দিছে মোৰ হৃদয়ত তাই ইমান দুখৰ যন্ত্ৰণা মোৰ সঁচা ভালপোৱাক বিশ্বাসঘাটক কৰি। অন্তৰংগ বন্ধু পাৰ্থক ক'ব নিদি বহুখিনি কৈ উঠিল জোনাকে।

ঃ জোনাক প্ৰতিজন মানুহ যিমানেই সুখী নহওক কিয়। তেওঁৰ বুকুৰ কোনোৰ এটা ভাঁজত অলপ হ'লেও দুখ আছে। তাৰ ব্যতিক্ৰম নহয় তই মই

ঃ কিন্তু, মই.......?

ঃ অ তইয়ো, বুজি পা...... যি প্ৰেমৰ স্বৰ্গীয় অনুভূতিক স্পৰ্শ কৰিব নাজানে তেওঁ কেতিয়াও শৰতৰ কোমল জোনাকৰ পোহৰত খাট বিচাৰিব নাজানে আৰু নজনাজনক তই কেতিয়াও সেই বাটেৰে নিবলৈ চেষ্টা নকৰিবি

ঃ মই বিশ্বাস কৰিছিলো তাইক পাৰ্থ। দেউতাৰ মৃত্যুৰ আগলৈকে হাঁহি-স্ফুৰ্তিৰে মোৰ লগত থকা ছোৱালীজনীয়ে কেনেকৈ আজি মোৰ প্ৰতিতৌপাল তেজক বিশ্বাসঘাটকতাৰ প্ৰতিশ্ৰুতি দি যাব পাৰিছে।

তই দেউতাৰ অৰ্থৰে তেতিয়া তাইক সময় দিব পাৰিছিলি, এতিয়া তই উপাৰ্জন কৰিব লাগিব আৰু তাইক সময় দিব নোৱাৰ। সেইবাবে তোৰ এতিয়াৰ ভালপোৱাক তাই স্বীকৃতি দিব নোৱাৰে। আজি এইবোৰ বিশ্বায়নে গঢ়া একবিংশ শতিকাৰ আধুনিক ছোৱালী আৰু সিহঁতে নিজকে কেৱল সন্তান জন্ম দিব পৰা পুতলা বুলি কেতিয়াও নাভাবে। সিহঁত আজি শিক্ষিত। এই শিক্ষিত সমাজত প্ৰেম হ'বলৈ অৰ্থৰ প্ৰয়োজন আৰু পৰিয়ালটোৰ সমাজত এটা আভিজাত্যৰ সন্মান থকা প্ৰয়োজন। তোৰ দেউতাৰ মৃত্যুৰ পাছত তই এই দুয়োটাকে অলপ হেৰুৱাব লগা হৈছে। তাই তোৰ অনুভূতিক প্ৰতাৰণা কৰিছে। সেই প্ৰতাৰণাৰ স্থান তোৰ সঁচা ভালপোৱাৰ হৃদয়ত কেতিয়াও নহয়।

ঃ মই বুজিছো পাৰ্থ।

ঃ বুজালৈকেতো মই আছো তোৰ কাষত। বহুত দেৰি হ'ল। কলেজ ৫টা লৈকে নবহে। ব'ল ঘৰলৈ যাওঁ। সকলো এদিন ঠিক হৈ যাব।

(৫)

সেইদিনা সি ভাবিছিল, স্বপ্নালীয়ে কি পালে কমকৈ তাৰ ভালপোৱাত। তাৰ বিপদৰ মুহূৰ্তত যে তাই এৰি থৈ গ'ল। কি বিশ্বাসত সি ভাল পাইছিল তাইক। এনেকৈ গুচি গৈছে যেন সুযোগ বিচাৰিহে আছিল এযুৰি চকুত এটা মধুৰ স্বপ্ন দেখাই আঁতৰি যোৱাৰ। কিয়.......? কি কৰা নাছিল সি তাইৰ বাবে তাইৰ প্ৰয়োজনীয় নোট পৰ্যন্ত লিখি দিছিল সি। মাত্ৰ এতিয়া সি তাইক এইবোৰ সহায় কৰি সময় দিব নোৱাৰে।

দেউতাকৰ মৃত্যুৰ পাছত সি উপাৰ্জন কৰিব লাগিব। ঘৰখনৰ এটা ডাঙৰ দায়িত্ব তাৰ ওপৰত আহি পৰিছে। কণীয়া, অকালতে বিধৱা হৈ পৰা মাকজনীক সি জীয়াই ৰাখিব লাগিব। নিজে সি সমাজত প্ৰতিষ্ঠা হ'ব লাগিব। য'ত দেউতাক বিহীন [redacted] তাৰ [redacted] এটা প্ৰত্যাহ্বান হৈ পৰিছে। তাই মাতিলেই সি আজি দৌৰি যাব নোৱাৰে তাইৰ কাষলৈ। সেইবাবেই নেকি তাই বুজি পাইছিল তাইৰ কষ্ট হ'ব জোনাকৰ ভালপোৱাৰ পৃথিৱীত জীয়াই থাকিবলৈ।

দেউতাকে পঠাই দিছিল তাইক সৰু চহৰখনৰ পৰা মহানগৰীৰ এখন মহাবিদ্যালয়ত অধ্যয়ন কৰিবলৈ। আঁতৰি গৈছিল তাই তাৰ কাষৰ পৰা আভিজাত্যৰ গৰ্বত থকা এজন মহানগৰীৰ ধনী সন্তানৰ কাষলৈ। কি বিচাৰি গৈছিল তাই ল'ৰাজনৰ কাষত। মৰম, বিশ্বাস, ভালপোৱা নে অৰ্থ। কাৰ্যবশতঃ তাই বিক্ৰী কৰিছিল তাইৰ ভালপোৱা ধনৰ ওচৰত।

জোনাকে গম পাইছিল সি কেতিয়াও ঘূৰাই নাপায় স্বপ্নালীক। তাইৰ ভালপোৱা এতিয়া তাৰ হ'ব নোৱাৰে। তাইৰ হৃদয়ত একনো স্থান নাই তাৰ বাবে।

কিন্তু সি আজি কি কৰিব। সি পাৰিব তাইৰ স্থানত অন্য এখন হৃদয়ক স্থান দিব। নোৱাৰে সি আৰু নিদিয়েও সেই স্থান অন্যক কেতিয়াও।

কিন্তু অপেক্ষা কৰিব জানো সি তাইৰ বাবে। কাৰোবাৰ ওচৰত যদি তাই প্ৰতাৰণাৰ বলি হয়, তাই তাক কৰাব দৰে। আকৌ যদি ঘূৰি আহে তাই তাৰ কাষলৈ। কৰিব জানো বিশ্বাস



সি তাইৰ মৰমক। তাক যেন কৈ উঠিল কোনোবাই নহি নোৱাৰে কেতিয়াও যেন প্ৰতিশোধৰ দাবাগ্নিত জ্বলি উঠিব সি। অশ্ৰুক বাধা দি সি সেইবাবেই লিখি পেলাইছিল–

অপেক্ষা নকৰো মই তোমাৰ বাবে
কাৰণ তুমি মোৰ বাবে নাহা ঘূৰি
নিছিগোঁ তোমাৰ বাবে মই,
গোলাপৰ কলি।
কাৰণ অন্যক মৰম দিছা তুমি এতিয়া
হৃদয় উজাৰি
তুমি এজাক পছোৱা মোৰ বাবে,
ফাগুনৰ ধূলিৰ আকাশত।
তুমি অনুৰাগ মোৰ বাবে,
মোৰ সপোনৰ বাটত।
তুমি কবিতা মোৰ বাবে,
কলমৰ আগত।
তুমি সপোন এতিয়া মোৰ বাবে।
বাস্তৱ স্বপ্নত।
ফুলিব খোজা কোমল কুঁহিপাতত।

(৬)

জোনাক আজি যাব তাইৰ কাষলৈ। ইমান নিষ্ঠুৰ হ'ব নোৱাৰে কেতিয়াও তাৰ হৃদয়। তাৰ ভালপোৱা কেতিয়াও বিশ্বাসঘাটকতা হ'ব নোৱাৰে। সি সঁচাই ভাল পাইছিল তাইক। এদিন জীৱন নদীৰ পাৰত এটা সুখৰ মঠাউৰি বান্ধিছিল, তাৰ স্বপ্নময় বাস্তৱে। নিয়তিৰে পৰিহাস। আকৌ লগ পোৱাৰ সুযোগ পাইছে সি আৰু সিয়ো যেন আজি লগ পাব বিচাৰিছে, তাক বিশ্বাসঘাটকৰ নাওত বহুবাই আঁতৰি যোৱা তাৰ যৌৱনৰ এটা গুৰুত্বপূৰ্ণ চৰিত্ৰক, বিশ্বাসঘাটকতাৰ বিধ্বস্ত ৰূপত।

আজি চিঞৰি চিঞৰি ক'ব তোমাকে–

তোমাৰ ন্যায়ৰ বাবেই জীয়াই থাকিম মই। তোমাৰ বাবেই প্ৰতিবাদ কৰিম। দৰিদ্ৰ সন্তানৰ ওচৰত মৰম বিচাৰি নিৰ্যাতিত হৈ সমাজত কলংকিত হোৱাৰ ভয়ত মৃত্যুবৰণ কৰা তোমাৰ অভিমানী মৰমবোৰ স্খলিত দিব নোৱাৰো মই।

কিন্তু তোমাৰ এইটো দেহ মই চাব নোৱাৰিম। তোমাৰ চিতাৰ জুই চাবলৈ মই জীয়াই থকা নাছিলো। চিতাৰ জুইত নহয়, কিন্তু তোমালৈ বুলিয়েই চিৰজীৱন সাঁচি ৰাখিছে তোমাৰ নিগৰিল প্ৰেমিকে.... জীৱনৰ আদিম্নতে ফুলা এপাহ ফুল। য'ত আছিল মৰম, ভালপোৱা আৰু বিশ্বাসৰ সুগন্ধ। যাক তুমি কুঁহিতে ছিঙি দিছিলা। আজি সেইবাবে তাকেই দি গৈছো মই বৰষুণজাকে ধুৱাই থকা তোমাৰ সমাধিত। তুমি ছিঙা ফুলপাহৰ এপাহ মৰহি যোৱা পাহি।

কই থৈ গৈছো তোমাৰ সমাধিত সেইপাহ ফুলৰ এটা কণমানি পুলি। তোমাৰ মৰম আৰু বৰষুণজাকত তিতি তাত ফুলিব এপাহ সম্পূৰ্ণ ফুল। যাক তুমি ছিঙিব নোৱাৰা কেতিয়াও.........।

শেষত তোমালৈ বুলি লিখিছো এটা কবিতা মোৰ হৃদয়ৰ আৱেষ্টনীৰ পৰা —

কপৌ শিমলুৰ সেউজীয়া পাতত
লিখিছোঁ তোমালৈ বুলি এখন চিঠি।
নীলা তেজৰ অ'খৰত।
উৰুৱাই লৈ গৈছে তোমালৈ
মোৰ সেই গোপন আবেগ।
ফাগুনৰ বলিয়া পছোৱা জাকে।
কি লিখিছোঁ মই সেইখন চিঠিত
মাথোঁ তুমি বুজিবা,
কাৰণ মোৰ হৃদয়ৰ আৱেষ্টনীত
তুমি এতিয়াও জীয়াই আছা,
এখন বহল আকাশ হৈ।
পঢ়িবা তুমি মোৰ সেইখন চিঠি
তাতে পাবা তুমি
মোৰ হৃদয়ৰ অনুভূতি।
প্ৰথম ভালপোৱা মোৰ
তুমিয়েতো জানা,
তোমাক নেদেখিলে মই
পাৰিম নে থাকিব,
পুৱাৰ দুবৰিৰ আগত
লাগি থকা নিয়ৰৰ দৰে,
অশ্ৰু হয়তো বাগৰিব খুজিও
ৰৈ যাব
মোৰ দুচকুৰ কোণত।

ইতি
তোমাৰ





# অনুভূতি

প্ৰতীক্ষা বৰুৱা
স্নাতক চতুৰ্থ ষাণ্মাসিক
বাণিজ্য শাখা



ৰেডিঅ'টো বন্ধ কৰি দিয়া না .. বৌ। এই পুৰণিকলীয়া লোকগীতবোৰ শুনি থাকিলে মোৰ বিৰক্তিহে লাগে। ৰেডিঅ'ৰ এই 'লখিমী' নামৰ অনুষ্ঠানটো যে আকৌ?" কথাষাৰ অৱজ্ঞাৰে কৈ শান্তিয়ে সিটো কামত পৰ্দাখন দাঙি নবৌয়েক সুপ্ৰীতিলৈ চালে। সুপ্ৰীতিয়ে অতি আশাৰে ৰেডিঅ'টো অন কৰি লৈছিল। 'লখিমী' অনুষ্ঠানটো সুপ্ৰীতিৰ বৰ প্ৰিয়। কিন্তু অত্যাধুনীকা ননদেকহঁতে 'লখিমী' বুলিলে দূৰতেই সাত জাঁপ মাৰে। সুপ্ৰীতি বিমোৰত পৰিল। তথাপি ভলিউমটো কমাই মনৰ মাজত দুৰন্ত গতিত বলি থকা জুইকুৰা নুমাব নোৱাৰি প্ৰায় বুজনিৰ সুৰতে ক'লে - "শান্তি ভাল লগা, বেয়া লগাবোৰ সকলোৰে কেতিয়াও একে হ'ব নোৱাৰে। মই লোকগীত ভাল পাওঁ। অসমীয়া লোকগীত-বৰগীতবোৰ ভাল পাবলৈ শিকা উচিত।" উত্তৰটো শান্তিৰ পৰা যিমান সহজ ভাৱে আহিব লাগিছিল সিমান সহজভাৱে নাহিল - "অসমীয়া সংস্কৃতিৰ উত্তৰাধিকাৰীণি হৈ তুমিয়েই পূজা অৰ্চনা কৰি থাকা। আমাক শিকাবলৈ নাহিবা।" বিষয়টো সিমানতে অন্ত পৰিব বুলিয়েই সুপ্ৰীতিয়ে আশা কৰিছিল কিন্তু সময়ত দেখা গ'ল সমস্যাই বৃহৎ আকাৰ ধাৰণ কৰিলে।

ভাত খাবলৈ বহি লোৱা সুপ্ৰীতিক উপহাস কৰি শান্তিয়ে তাইৰ ভনীয়েক সবিতাক ক'লে, "আমাৰ ঘৰত সব খাঁটি অসমীয়াকে গোটাই দিলে, পানী টেঙা, খাৰলি খায়ে হাড়ত বন গজাব। সবিতায়ো কথাটোত হয়ভৰ দিলে। উত্তৰত সুপ্ৰীতিয়ে প্ৰতিবাদ কৰিলে "তোমালোকে বিষয়টো ভুল ভাৱত লৈছা শান্তি, আমাৰ সমাজত পুৰণি সংস্কৃতি জীয়াই ৰাখিবলৈ যত্ন কৰা মানে নতুনক ধ্বংস কৰা বুলি জানা। পুৰণি সংস্কৃতিৰ পিৰামিডৰ ওপৰতেই সাজি ল'ব লাগিব সংস্কৃতিৰ মুকুট।" কিছু সময় দুয়োজনী নিস্তব্ধ হৈ ৰ'ল। তাৰ পাছত সবিতাই নবৌয়েকক এইবাৰ প্ৰত্যক্ষ ভাৱেই প্ৰশ্ন কৰিলে - "তুমি যদি ইমান পৌৰাণিক হ'বই বিচাৰিছা, তেন্তে নিশা নাইটিটো পিন্ধি শোৱা কিয়? সেইটো নিপিন্ধি মেখেলা চাদৰ এজোৰেতে পিন্ধি শুব পাৰা?" সুপ্ৰীতিয়ে তাৰ উত্তৰত ক'লে "নিশা মই নাইটি পিন্ধি শুলেও দিনত মই মোৰ মেখেলা-চাদৰ জোৰকতো বিসৰ্জন দিয়া নাই।" ভাত খোৱা শেষ হোৱাৰ পিছত সুপ্ৰীতিয়ে নিজৰ কামখিনি কৰি বিচনাত বাগৰ দিলে।

সুপ্ৰীতিৰ বাবে দিনটোৰ ঘটি যোৱা ঘটনাবোৰ ভাল নালাগিল। সুপ্ৰীতিৰ জন্ম এটা সংৰক্ষণ উচ্চ পৰিয়ালৰ গাঁৱত। গাঁৱৰ পৰিৱেশৰ লগত সুপ্ৰীতিৰ শিৰা-উপশিৰা আৰু তেজৰ সম্পৰ্কৰ দৰেই চিৰ নিবিড়। দেউতাক হৃদয়নাথ দুৱৰা সেই অঞ্চলৰ আদৰ্শ শিক্ষকেই নহয় এজন সমাজ সচেতকো। মানুহৰ মাজত ভাল পোৱা বুলি ক'লে যিজন মানুহক আঙুলিয়াই দেখুৱাব পাৰি সেইজনেই হৃদয়নাথ দুৱৰা। তেনে এজন সুযোগ্য ব্যক্তিৰ কন্যা সুপ্ৰীতি দুৱৰাক ডাক্তৰ পলাশ চৌধুৰীয়ে কেনেকৈ বিয়া কৰাব লগা হ'ল ভাবিবলগীয়া কথাই। কাৰণ সুপ্ৰীতিৰ আৰু পলাশহঁতৰ ঘৰখনৰ মাজত বিভেদৰ এক দুৰন্ত প্ৰাচীৰ। পলাশ চৌধুৰীৰ ঘৰ সাম্প্ৰতিক আধুনিকতাৰ নতুনত্বত উটি ভাঁহি ফুৰা বিধৰ। ডিগ্ৰীৰ দ্বিতীয়

বাৰ্ষিকৰ ছাত্ৰী সুপ্ৰীতিয়ে জীৱন আৰু জগতখনক যেনেদৰে বুজি পাব পাৰে তেনে এক উপলব্ধিৰে পলাশৰ ঘৰ পাইছিলহি। সুপ্ৰীতিয়ে যিমান সহজ ভাৱে লৈছিল লাহে লাহে অনুমান কৰিছিল পৃথিৱীখন সিমান সহজ নহয়। জীৱনটো সঁচাকৈয়ে জটিল।

ঘৰখনত ঘটা কিছুমান সৰু সুৰা কথাই সুপ্ৰীতিৰ আদৰ্শ মনত প্ৰায়ে আঘাত দি যায়। কিছুমান কাম যেন সুপ্ৰীতিক আঘাট দিবলৈকে কৰা হয়। ডাঙৰ হোৱা প্ৰতিটো প্ৰাণীয়েই যেন কোনেবাকে অসমীয়া কিবা এটা ব্যৱহাৰ কৰিলেই হৃদপিণ্ডত আঘাত পৰিব। পলাশৰ মাকৰ বাহিৰে ঘৰখনত কোনেও মেখেলা চাদৰ নিপিন্ধে। সুপ্ৰীতিক মেখেলা চাদৰ পিন্ধা দেখিলে আৰু পুৰণি দুই এটা ঐতিহ্য জীয়াই ৰাখিব খুজিলে লংপেণ্ট চাৰ্ট পিন্ধা বৰকাট দিয়া, চকু চেলাউৰি প্লাক কৰা ননদেকহঁতে উপহাস কৰে।

কিছুমান আদৰ্শক সুপ্ৰীতিয়ে নিজৰ বুলি জীয়াই ৰাখিবলৈ যত্ন কৰিও পলাশৰ প্ৰয়োজনীয়তাৰ খাতিৰত বিসৰ্জন দিব লগা হয়। লাহে লাহে সুপ্ৰীতিয়ে নিশা ক্লাবলৈ যাব লগা হৈছে, মাজ নিশালৈকে নিজৰ ঘৰৰ পাৰ্টিত উজাগৰে ৰ'ব লগা হৈছে। গাঁৱৰ নিৰিবিলি পৰিৱেশত ডাঙৰ হোৱা সুপ্ৰীতিৰ এইবোৰ ভাল লগা নাই। তথাপি ভাল পোৱাৰ অভিনয় কৰিব লগা হৈছে। এইবোৰ কথাত বিৰক্তি লাগিলে সুপ্ৰীতিয়ে স্বামী পলাশক কয় - "লংপেণ্ট চাৰ্ট পিন্ধি অত্যাধুনিক ল'ৰা কপী ছোৱালীবোৰলৈ মোৰ পুতৌহে ওপজে। নিজৰ সংস্কৃতিৰ কথাও যে কেনেকৈ মানুহে ইমান পাহৰি যাব পাৰে?" তেতিয়া পলাশে আগ্ৰহেৰে সুপ্ৰীতিক সোধে "প্ৰীতি, তুমি আমাৰ ঘৰৰ কাণ্ড কাৰখানাবোৰ যে অলপো ভাল পোৱা নাই মই ভালকৈ বুজি উঠিছো মা আৰু ভণ্টিহঁতক মই শ্ৰমৰ মৰ্যদা শিকাও। নিশিকে। সিহঁতে ভাৱে মই ডাঙৰ মানুহ, টকা ভতি সহজেই আহে। মই কি কৰিম কোৱা?" সুপ্ৰীতিয়ে তেতিয়া কৈছিল "আচলতে কি জানা আমাক এটা পৰিৱৰ্তন লাগে। তোমালোককো মোকো। পুৰণি আৰু নতুনৰ মাজেদি আমি গতিশীল হ'ব লাগিব।" এনে ধৰণৰ আলোচনা পলাশ আৰু সুপ্ৰীতিৰ মাজত প্ৰায়ে হয়। পলাশ আজিকালি বহু পৰিমাণে পত্নীৰ আদৰ্শেৰে পল্লৱিত হৈ উঠিছে। ঘৰখনৰ অযথা ৰোমাঞ্চিত অনুষ্ঠানবোৰ পলাশেও ভাল নাপায়। সেইবাবেই সত্তৰ শান্তি, সবিতাহঁতে নবৌয়েক সুপ্ৰীতিৰ প্ৰতি ক্ৰোধান্বিত।

আজিৰ এই ঘটনাটোৰ পিছত বিচনাত পৰি কিবাকিবি চিন্তা কৰি থকা সুপ্ৰীতিৰ কাষলৈ পলাশ আহি প্ৰশ্ন কৰিলে - "কি হ'ল প্ৰীতি, মনটো ভাল নহয় নেকি?" সুপ্ৰীতিয়ে মনৰ মাজত সঞ্চিত কৰি ৰখা চিন্তাখিনি প্ৰকাশ কৰিবলৈ স্বৰ্ণময় সুযোগ পালে। "তোমাক মই আজি এটা অনুৰোধ কৰিম কোৱা তুমি ৰাখিবানে?" পলাশে পুনৰ কৈছিল "ভাল ধৰণৰ অনুৰোধ হ'লে নিশ্চয় ৰাখিম।" সুপ্ৰীতিয়ে এটা নতুন প্ৰস্তাৱ আগবঢ়ালে - "মই শান্তি আৰু সবিতাহঁতৰ ব্যৱহাৰত অতিষ্ঠ হৈ উঠিছো। তোমাৰ হস্পিতেলৰ কাষতে আমি এটা কোৱাৰ্টাৰ লওঁ ব'লা।" পলাশে বিৰক্তিৰে কৈছিল "মা আৰু ভণ্টিহঁতৰ কি হ'ব?" সুপ্ৰীতিয়ে চকুলো অহা পানীখিনি মোহাৰি কৈ পেলাইছিল - "তেওঁলোকে শ্ৰমৰ মৰ্যদা বুজি উঠক। আমাৰ কেঁচা মাটিৰ গোন্ধক যিদিনা তেওঁলোকে গৌৰৱেৰে উপলব্ধি কৰিব সেইদিনা আমি তেওঁলোকৰ মাজলৈ পুনৰ ঘূৰি আহিম। এটা সুখৰ স্বপ্নলৈ মই আঁতৰি যাবলৈ ওলোৱা নাই আৰু অসমীয়া সংস্কৃতিৰ পূজাৰিণীও মই হ'ব খোজা নাই। কিন্তু প্ৰগতিশীল অসমীয়া হ'বলৈ হ'লে আমি বলডান্স, টুইষ্টক যিদৰে ভাল পাব লাগিব বনগীত আৰু লোকগীতকো যে সমানে সন্মান কৰিব লাগিব তাকেহে মই বুজাব খুজিছো। তুমি জানো মোৰ লগত একমত নোহোৱা?" পলাশে সুপ্ৰীতিৰ মৰম লগা মুখখনলৈ চালে। এনে লাগিল তেওঁৰ আস্থা, শান্তি আৰু ত্যাগেৰে এইজনী ছোৱালীয়ে কথাবোৰ কৈছিল। গধূলিৰ এই শান্ত পৰিৱেশত পলাশৰ মনত বেদমন্ত্ৰৰ স্তোত্ৰবোৰ আম কাঠৰ জুই আৰু ঘিউৰ উৰন্ত ধোঁৱাৰ দৰে সজীৱ সজীৱ লাগিল। কিয় জানো পলাশৰ সুপ্ৰীতিক এজনী যোগেশ নাৰী যেন লাগিল হঠাতে, তেওঁৰ ভাব হ'ল। সুপ্ৰীতি এজনী নাৰী হ'লেও তেওঁ এগৰাকী ভৱিষ্যতৰ মাতৃও। মাতৃৰ হৃদয়ৰ বহল দৃষ্টিভংগীৰ জ্ঞান তেওঁৰ আছে।

পলাশে কোন মুহূৰ্তত ক'বই নোৱাৰিলে সুপ্ৰীতিক গাৰ কাষলৈ টপাই আনিলে। পদুম লতাৰ ঠাৰিৰ দৰে সুগঢ়ী হাতখনত ধৰি লৈ ক'লে, "তুমি যে কিমান মহান। নাৰীৰ মাজৰ সেই মাতৃত্বৰ মহত্বখিনি তোমাৰ মাজত সদায় বিৰাজমান। তোমালোকৰ দৰে মহীয়সীৰ মহত্বেৰে আমি পুৰণি সংস্কৃতিৰ গভীৰতম প্ৰদেশলৈ ধাবিত হৈহে নতুনত্বৰ কৰ্মকুশলতা বুজি উঠিম।" সুপ্ৰীতিয়ে এক প্ৰকাশহীন যন্ত্ৰণাত হুকহুকাই কান্দি উঠিল।





# অৰূপৰ জীৱন কাহিনী




ইমৰাণ হুছেইন
উচ্চতৰ মাধ্যমিক দ্বিতীয় বৰ্ষ

চকামকাকৈ অৰূপে টোপনিৰ পৰা সাৰ পাই গ'ল আৰু সি ভাবিবলৈ ধৰিলে কি হ'ব এতিয়া, ক'ত যাব, কোনে তাক সহায়ৰ হাত আগবঢ়াব। আজি গোটেই দিনটো ইমান কষ্ট কৰিও তাৰ ৰাতি টোপনি নাই। আন্ধাৰত শোৱাৰ অভ্যাস আছে যদিও আজিৰ নিশাৰ আন্ধাৰ অমাৱস্যাৰ আন্ধাৰতকৈ বেছি ঘোৰ আন্ধাৰ যেন লাগিছে। চাৰিওফালে যেন কেৱল অন্ধকাৰ তাৰ মাজতে শুনা পাইছে বুকুৰ ধক্ ধক্ শব্দৰ মাত। সি ক'ৰ পৰা চিন্তা কৰিবলৈ আৰম্ভ কৰিব একো ভাবিব পৰা নাই।

আজিৰ পৰা ঠিক এমাহৰ আগতে সকলো বিলাক ভালে আছিল। সেই দিনাখন আছিল দেওবাৰ দিনৰ ২ মান বজাত শুনা পাইছিল সেই বেয়া খবৰটো। খবৰ কোনোবাই টিএইচ টিএৰি ক'লে যে অসমীয়া বাতৰি দিয়া, চেনেলটোৰ মুখ্য বাতৰিটোৰ বিষয়ে। শিৱসাগৰ জিলাৰ সমীপত হোৱা বোমা বিস্ফোৰণত কেইজনমান লোক আহত আৰু কেইজন মান নিহত হয়। ইতিমধ্যে শুনিব পোৱা গৈছে যে ঘটনাস্থলীত কেইবাজনো পথচাৰীৰ লগতে এজন ব্যৱসায়ী নিহত হয়। তাৰ ঠিক অলপ সময়ৰ পাচত পুলিচ দুজনমানে আহি অৰূপৰ মাকক মৃতদেহ চিনাক্ত কৰিবৰ বাবে যাবলৈ অনুৰোধ কৰে। সেই দেওবাৰৰ দিনটোৱেই আছিল অৰূপৰ জীৱনৰ কাল ধুমুহা। হঠাৎ সি বিচনাত বহি পৰিল আৰু সি ভাবিব ধৰিলে সি বাৰু আকৌ কলেজলৈ যাব নে নাই। কাৰণ অৰূপৰ দেউতাকৰ এটা সপোন আছিল যে তাক এজন ভাল শিক্ষিত যুৱক হিচাপে প্ৰতিষ্ঠিত কৰা। সেই মৰ্মে H.S.L.C.ৰ পৰীক্ষাত প্ৰথম বিভাগত উত্তীৰ্ণ হোৱা পিছতে অৰূপক মহাবিদ্যালয়ৰ ছাত্ৰ হিচাপে নামভৰ্ত্তি কৰি দিয়াৰ পাছত দেউতাকৰ বহত স্ফুৰ্তি কাৰণ সেইখন কলেজৰ অধ্যক্ষৰ প্ৰতি দেউতাকৰ বহুত শ্ৰদ্ধা আছিল। ১০ জুলাই ফাৰ্মাচদেৰ দিনা জিলা মীন উন্নয়ন বিভাগৰ আমন্ত্ৰিত অতিথিৰূপে সেই মহাবিদ্যালয়ৰ অধ্যক্ষ ডাঙৰীয়াই যি বক্তৃতা দিছিল সেই মূল্যবান বক্তৃতা শুনি দেউতাকে সেইদিনাখনেই সিদ্ধান্ত কৰিলে যে তেনে এজন ব্যক্তিৰ কলেজেই অৰূপৰ উচিত শিক্ষা দিব পৰা উপযুক্ত স্থান। এই বিলাক কথা ভাবি থাকোতে কেতিয়া ৰাতিপুৱালে গমকে নাপালে। অৰূপে একে জাপে বিচনাৰ পৰা নামিল। সি গাটো তিয়াই আনদিনাৰ দৰে ব্যতিক্ৰম হিচাপে এক মিনিট সময়ৰ কাৰণে ভগবানক মনতে স্মৰণ কৰিলে। ঠিক সেইসময়তে মাকৰ মৰম লগা মুখখন তাৰ চকুত পৰিল আৰু সি ভাবিলে যে তাৰ পঢ়াৰ খৰচ, ঘৰখন চলাৰ খৰচ যিকোনো উপায়েৰে উলিয়াই ভালদৰে পঢ়িব। কিন্তু কেনেকৈ উপাৰ্জন কৰিব ভাবি থাকোতে মাকে তাক চাহ খাবলৈ মাতিলে। চাহ খাই থাকোতে তাৰ হঠাৎ মনত পৰিল যে নিপেনদাই দোকানৰ পেপাৰ বিলোৱা ল'ৰাজন কিবা বেমাৰ বুলি কৈছিল। সেইবাবে ল'ৰা এজন বিচাৰি আছে। ৰাতিপুৱা ৬ বজাৰ পৰা ৮ বজালৈ কামটো শেষ হৈ যায়। মুঠতে সি কিবা উপায়েৰে উপাৰ্জন কৰিব আৰু ভালদৰে মনোযোগেৰে পঢ়ি দেউতাকৰ সপোন দিঠক কৰিম বুলি প্ৰতিজ্ঞা কৰিলে।



# বন্ধুত্ব



অবিনাশ কলিতা
উচ্চতৰ মাধ্যমিক দ্বিতীয় বৰ্ষ

পূজাৰ বন্ধৰ আগদিনা ৰবি, বিকাশহঁত অন্য দিনাৰ দৰেই সকলো গোট খালে। পিছে পূজাত কোনে কি কৰিব, কোনে ক'ত ক'ত পূজা চাবলৈ যাব সেইবোৰ আলোচনা কৰি থাকোঁতেই গধূলি হ'ল। খেল খেলা আৰু নহ'লগৈ। ৰবিয়ে কথাৰ মাজতে ক'লে- 'অসীম, তই এইবাৰ আমাৰ লগত পূজা চাবলৈ যাবি দেই। অলপ পৰ তলমূৰকৈ থাকি অসীমে ক'লে- 'চাওঁচোন ব'। ৰবিয়ে জানে, সিহঁতৰ দৰে অসীমে দেউতাকৰ লগত দেউতাকৰ হাতত ধৰি বেলুন, পুতলা কিনি কেতিয়াও পূজা চ'ই পোৱা নাই। তাৰ দেউতাক অসুখীয়া। প্ৰায় বিচনাতেই থাকে। মাকে ইখৰ-সিঘৰত চাউল জাৰি, কাম-বন কৰি কোনোমতে ঘৰখন চলাই আছে। ৰবিয়ে অসীমক বৰ ভাল পায়। বন্ধু বুলিলে প্ৰথমে অসীমৰ নামেই লয়। কিন্তু কেতিয়াবা কিব' দি সহায় কৰিব বিচাৰিলে অসীমে বাধা দি কয়- 'দেউতাই কাৰোবাৰ দয়াত জীয়াই থকাতো বেয়া কথা বুলি কয়।' বাটত কেতিয়াবা দেখি ড্ৰাইভাৰক কৈ গাড়ী ৰখালেও অসীম কেতিয়াও নুঠে। কয়- 'নালাগে দে। অভ্যাস বেয়া হৈ যাব। খোজেৰেই যাব পাৰিম।' পূজাৰ আনন্তণিৰ দিনা গধূলি। চৌদিশে ঢাক-ঢোল, গান-বাজনাৰ শব্দ। নতুন কাপোৰ পিন্ধি ৰবি গাড়ীত উঠিল পূজা চাবলৈ। তাৰ লগত মাক বহিলহি লওঁতে সি ক'লে 'মা তুমি আগত বহাচোন, দেউতাৰ লগত। ব'টত মই অসীমক উঠাই নিম। মাকে হাঁহি মাৰি আগত বহিলগৈ। অসীমহঁতৰ ঘৰত টিমিক টামাককৈ চাকিৰ পোহৰ। বহুপৰ মতাৰ পাছত অসীমৰ পাঁচ বছৰীয়া ভনীয়েকজনী ওলাই আহি ক'লে, 'দাদা নাই। শুনি ৰবিৰ মনটো বেয়া লাগিছিল। যদিও পিছমুহূৰ্ততে উজ্বলি উঠিল। অসীম অৱশেষত পূজা চাবলৈ গৈছে। যাৰ লগত নাযাওক কিয়। বাটত লগ পাই যাব পাৰো। ৰবি সিহঁতৰ পদূলিৰ মুখৰ পৰা উভতি আহিল। মানুহৰ ভিৰত পূজা মণ্ডপত সোমাব নোৱাৰা অৱস্থা। অঞ্জলি দিবলৈ গৈ ঠেলা-হেঁচাত ৰবি তেনেই চেপেটা লাগিল। তথাপি মন থোকি বাথৌ। পূজা





বুলিলেই এক অনামী আনন্দ। গোটেইখন ঘূৰি পকি চাই ওভতাৰ বাটত ৰবিয়ে দেউতাকক অনুৰোধ কৰিলে— 'দেউতা, মই সেই ঠেলাবোৰত ভাজি থকা আলুচপ আৰু বাদাম ভজা খাম।' নাই, নাই নহ'ব। লেতেৰা সেইবোৰ বাবা। নাখাবা প্লিজ। মাকে ধৰফৰাই ক'লে। চাফা এখনত খাম মা। লেতেৰাবোৰত নেখাওঁ। ৰবিয়েও জোৰ কৰিলে। উপায় নাপায় দেউতাকে তাক হাতত ধৰি লৈ গ'ল। বাছি বাছি বাটটোৰ শেষৰফালে থকা ঠেলা খনলৈ তেওঁলোক আগবাঢ়িল। দেউতাকে অৰ্ডাৰ দিলে- 'দুটা গৰম আলুচপ আৰু এপেকেট বাদাম ভজা। এনেতে ৰবিয়ে ভুমুকিয়াই চাই উচপ খাই উঠিল। চপ ভাজি থকা ল'ৰাটো আন কোনো নহয় তাৰ সবাতোকৈ প্ৰিয় বন্ধু অসীম। কাষত মাক। ৰবিৰ অবাক হৈ মেলখাই থকা মুখখনলৈ চাই সেমেকা হাঁহি মাৰি অসীমে ক'লে, 'পূজা চালি'? অসীম তই ইয়াত যে? ৰবিৰ দেউতাকৰ প্ৰশ্নৰ উত্তৰ দিলে অসীমৰ মাকে- 'দেউতাকৰ বেমাৰ বেছি হৈছে। ডাক্তৰে কৈছে অপাৰেচন কৰিব লাগিব। মই বোলো পূজাত দোকান এখন দিলে কিবা লাভ হয়েই বা। ৰবিয়ে আলুচপ দুটা খাই উঠি ফুচফুচাই দেউতাকৰ কাণত কিবা এষাৰ ক'লে আৰু লগে লগে তেওঁ টকা দুশ অসীমৰ মাকৰ ফালে আগবঢ়াই দিলে। মাকে ক'লে- 'বেয়া নাপাব।' এনেকৈ জোখতকৈ বেছি টকা লোৱাটো ভাল কথা নহ'ব।' আপুনি জোখতকৈ বেছি লোৱা নাই নহয়। পৰহিলৈ ৰবিৰ জন্মদিন সেইকাৰণে পঞ্চাশটা আলুচপৰ অৰ্ডাৰ আপোনাৰ দোকানত দিলো। এইয়া আগধনহে। বাকীখিনি সেইদিনা জন্মদিনলৈ আহোঁতে ল'ব। ঠিকে আছে নে অসীম? দেউতাকে মিচিকিয়াই সুধিলে। ৰবিয়ে তপৰাই ক'লে- 'তই আকৌ এইবোৰ দয়া-মমতা বুলি নাভাবিবি। তই বিৰাট বঢ়িয়া চপ বনাইছ। সেইকাৰণে অৰ্ডাৰটো দিছো বুজিছ। সি হাঁহিলে তাৰ মাকেও। বাদাম ভজাখিনি হাতত লৈ আহি থাকোতে দেউতাকে মূৰত হাত ফুৰাই ৰবিক মৰম কৰিলে। তাৰ মুখত জোনাকৰ পোহৰ। উভতি চাই দেখে অসীমে বিদায় দি হাত জোকাৰিছে। সিহঁতৰ মনটো এমুঠি জোনাক।

## ক্ৰীড়া কুইজ

চাবিহা খানম তালুকদাৰ
স্নাতক চতুৰ্থ ষাণ্মাসিক

১। কোনখন বিখ্যাত ফুটবল প্ৰতিযোগিতাৰ ৰাণাৰ্চ আপ দলটিয়ে 'সন্তোষ লহকৰ ট্ৰফী লাভ কৰে?
উত্তৰ ঃ বৰদলৈ ট্ৰফী।
২। 'হুলিগান' ফুটবল খেলত ত্ৰাসৰ সৃষ্টি কৰা ইংলেণ্ড দলৰ সমৰ্থক কোনটো ফুটবল দলৰ সমৰ্থকসকলক কোৱা হয় —'ৰুলিগান' যাৰ অৰ্থ শান্তি?
উত্তৰ ঃ ডেনমাৰ্ক।
৩। কোনবিধ সমৰ কলা আধুনিক ৰূপত আৱিষ্কাৰ কৰিছিল ড° জিগৰো কানুৱে, যাৰ অৰ্থ 'জেণ্টেল বে'?
উত্তৰ ঃ জুডো।
৪। এবাৰ দুবাৰ নহয়, ছবাৰকৈ একচেত ইংলিছ চেনেল সাঁতুৰি পাৰ হোৱা ব্যক্তিজন কোন আছিল?
উত্তৰ ঃ মাইকেল ৰীড।
৫। মালয়েছিয়াৰ ৰাষ্ট্ৰীয় খেল কি যাৰ নামটোৰ সাহিত্যিক অৰ্থ হৈছে — "Kik the ball"
উত্তৰ : Sepak Takraw.





# অন্ধ-বিশ্বাস

বন্দনা বৰুৱা
স্নাতক চতুৰ্থ ষাণ্মাসিক
বাণিজ্য শাখা



ৰিতু এজনী মৰম লগা ধুনীয়া ছোৱালী। তাই পঢ়া-শুনা, খেলা-ধূলা সকলোতে বহুত ভাল আছিল। তাইক সকলো মানুহেই বহুত মৰম কৰিছিল। তাই সকলোতকৈ বেছি দেউতাককেই ভাল পাইছিল। তাই বেছি সময় দেউতাকৰ লগতেই কটাইছিল। কিন্তু এদিন হঠাতে গ'ম পালে যে ৰিতুৰ 'এইড্‌চ' আছে। সেইদিনাৰ পৰা তাইৰ ওচৰৰ পৰা সকলো মানুহে আঁতৰি থাকিব ধৰিলে। আনকি তাইৰ দেউতাকো তাইৰ ওচৰত থাকিব নিবিচৰা হ'ল আৰু চুবও নিবিচাৰে। তাই দিনৰ দিনটো ঘৰৰ ভিতৰতেই থাকিব লৈ ল'লে। তাৰেই মনত বহুত দুখ। তাই যাক ইমান বেছি ভাল পাই নিজৰ আদৰ্শ বুলি ভাবে তেওঁৰেই আজি তাইক চাবও নিবিচাৰে। কিয় এনেকুৱা কৰিছে তাইক আজিৰ এই আধুনিক যুগত যʼত সকলোৱেই গʼম পাই যাবনে 'এইড্‌চ' চুলে বা লগত ভাত খালে নহয়। তথাপিতো কিয় তাইৰ লগত সকলোৱে ইমান নিষ্ঠুৰ ব্যৱহাৰ কৰিছে। যিটো সময়ত তাই দেউতাকৰ বেছি প্ৰয়োজন অনুভৱ কৰিছিল সেই সময়তে তাইৰ ওচৰত তেওঁ নাছিল। ৰিতুৱে লাহে লাহে মনে মনে থাকিবলৈ ল'লে। কাৰো লগত বেছিকৈ কথা বতৰা পাতিবলৈ ইচ্ছা নকৰা হ'ল। তাই নিজৰ মাজতে থাকিবলৈ ল'লে। অলপ দিনৰ পাছত তাই এই পৰিস্থিতিৰ পৰা হাত সাৰিবলৈ বিচাৰি আত্মহত্যা কৰিলে। তাই আত্মহত্যা কৰাৰ পাছতহে তাইৰ দেউতাক আৰু সকলো মানুহে তাই নথকাতো অনুভৱ কৰিলে আৰু ৰিতুৰ লগত কৰা আচাৰ-ব্যৱহাৰ পৰা নিজৰ আগতে নিজেই বহুত নগণ্য অনুভৱ কৰিলে। আৰু ৰিতুৱে এই আত্মহত্যা তেওঁলোকৰ বাবেই কৰিলে বুলি অনুভৱ কৰিবলৈ ধ'লে। তেওঁলোক নিজৰ চকুতে নীচ হৈ পৰিল।

'এইড্‌চ' থকা মানুহৰ লগত একেলগে উঠা-বহা কৰিলে, খোৱা-বোৱা কৰিলে কেতিয়াও এইড্‌চ বিয়পি নপৰে। 'এইড্‌চ' থকা মানুহৰ লগত সদায় ভাল ভাৱে থাকিব লাগে। তেওঁলোকো আমাৰ নিচিনা সাধাৰণ মানুহ। তেওঁলোকক সাহসহে দিব লাগে সেই বেমাৰৰ পৰা হাত সাৰিবলৈ আৰু মজবুত হ'বলৈ উৎসাহ দিব লাগে।





# তামিলনাড়ুত NCC কেম্পৰ অভিজ্ঞতা

মুনমী বুঢ়াগোহাঁই
স্নাতক ষষ্ঠ ষাণ্মাসিক
বাণিজ্য শাখা

মানুহৰ জীৱনত কেতিয়াবা কিছুমান ভাল কাম আশা নকৰাকৈ ঘটে। এনেদৰে ঘটা আচৰিত ঘটনাসমূহে মানুহক বহুতো আনন্দ দিয়ে। মোৰ লগতো এনে এটা যাত্ৰা আশা নকৰাকৈ সংঘটিত হ'ল আৰু এই যাত্ৰা মোৰ জীৱনৰ বাবে স্মৰণীয়।

B.Com. Ist Semester Addmission লোৱাৰ পাছত কলেজত NCCৰ কাৰণে ছাত্ৰ-ছাত্ৰী বিচাৰিছিল। মই আগ্ৰহী নাছিলো তথাপিও যোগদানৰ বাবে এখন [redacted] দিছিলো। ৰাতুল শৰ্মা চাৰৰ তত্বাৱধানত NCCত যোগদান কৰিছিলো। Joysagar Officeৰ পৰা আমাক NCC Campৰ বাবে নিৰ্বাচন কৰিছিল। শিৱসাগৰ বাণিজ্য মহাবিদ্যালয়, শিৱসাগৰ কলেজ, জাঁজী কলেজ, গৌৰীসাগৰ কলেজ আৰু নাজিৰা কলেজৰ মুঠ ৫ খন কলেজৰ ৬ জনী ছোৱালী আৰু ৪টা ল'ৰাক NCC Campৰ বাবে Tamilnaduৰ Kumbokamলৈ সাজু কৰাইছিল। আমি সৰ্বভাৰতীয় ৰাষ্ট্ৰীয় সংহতি দিৱস শিবিৰত অংশ গ্ৰহণ কৰাৰ সুবিধা লাভ কৰিছিলো। আমাৰ দলটোৰ ANO ডিব্ৰুগড়ৰ নলিনী ফুকন চাৰ আছিল।

২৯ চেপ্তেম্বৰ, ২০১৩ তাৰিখ ৰাতি ৩-১০ বজাত চেন্নাই এক্সপ্ৰেছত গন্তব্য স্থানলৈ বুলি ট্ৰেইনত উঠিছিলো। ৫ দিনৰ পিছত গৈ আমি তামিলনাড়ু পাইছিলোগৈ। আমাক তামিল ছাৰ কেইজনমানে Kumbokonam পৰা আগবঢ়াই নিলেহি। Kumbokonam, at gont arts college, Thanjavurত আমাক থাকিব দিছিল। Tamilnadu, Pondicherry & Andaman Nicober Directorate আছিল।

কলেজখনৰ সৌন্দৰ্য অতিকৈ মোহনীয়। কিয়নো কলেজৰ আগত কাবেৰী নৈখন বৈ গৈ আছিল। দলংৰ ওপৰেদি কাবেৰী নৈখন পাৰ হৈ কলেজখনলৈ যোৱাটো এটা বৰ সুন্দৰ অনুভৱ। তাত আমি NER কওঁতে তেওঁলোকে আমাক [redacted] আদৰ-সাদৰ কৰিছিল। আমাক S.D., S.W., J.W., J.D.কৈ ভাগ কৰি দিছিল। আৰু ল'ৰা-ছোৱালী সকলোকে বেলেগ বেলেগকৈ থাকিবলৈ দিছিল। আমাৰ ৰুমটোত গুজৰাট, ৰাজস্থান আৰু আমি অৰ্থাৎ অসমৰ Cadet আছিলো। তাৰ উপৰিও অন্ধ্ৰপ্ৰদেশ, কেৰেলা, বিহাৰ, উত্তৰাখণ্ড, মধ্যপ্ৰদেশ, উৰিষ্যা, পণ্ডিচেৰী আৰু বিভিন্ন ঠাইৰ Cadet সকলক লগ পাইছিলো।

দ্বিতীয় দিনাৰ পৰা Parad আৰম্ভ হৈছিল। ৰাতিপুৱা ৪টাত তামিলনাড়ুৰ গাৰ্ড দিয়া বাকেইজনীয়ে S.W. Fall in Fall in কৈ সকলোকে জগায় দিছিলহি। ৫টাৰ পৰা ৮ টালৈকে Parad কৰাইছিল। সকলো ঠাইৰ পৰা অহা ANO সকলক ভাগ ভাগ কৰি আমাক ব্যায়াম কৰাব দিছিল। ৮-৩০ বজাত ৰাতিপুৱাৰ আহাৰ খাব দিছিল। তাত খোৱাত বৰ কষ্ট হৈছিল। কিয়নো সকলো খাদ্যতে নাৰিকল তেল ব্যৱহাৰ কৰিছিল। তামিলনাড়ুৰ প্ৰিয় খাদ্য চামক, ইডলি লগতে কেতিয়াবা ভাতো দিছিল। যদিও তেওঁলোকে ভাতটো বিভিন্ন ধৰণৰ মছলা ব্যৱহাৰ কৰিছিল। ১২ বজাত Tea Break দিছিল। পুনৰ ৩টাত আহাৰ খাই ফিল্ডত ৬টা বজালৈকে Parad কৰাইছিল আৰু শেষত NCC Song গাব দিছিল। এনেদৰে দিন চলি আছিল।

আমি যেতিয়া Break Time পাইছিলো সকলোৰে লগত বহুত স্ফূৰ্তি কৰিছিলো। সকলোৰে Traditional Dress





পিন্ধিছিলো আৰু আমাৰ বিহু Dress সকলোকে পিন্ধাই দিছিলো। সকলোৱে আমাৰ অসমীয়া ভাষা শিকিবলৈ বৰ আগ্ৰহ কৰিছিল। বহুতকে অসমীয়া ভাষা শিকোৱাৰ উপৰিও নাম লিখি দিছিলো। J.W.ৰ লগতো বহুত স্ফূৰ্তি কৰিছিলো। সিহঁতে বৰ সুন্দৰকৈ তামিল ভাষাত Wamakom (নমস্কাৰ) ক'বলৈ শিকাই দিছিল।

শেষৰ কেইদিন আমাৰ NIP Presentationৰ বাবে ৰাতি আহাৰ কৰাৰ পিছতো Practiseৰ বাবে সময় দিছিল। NIP Presentation কৰি বহুত ভাল লাগিছিল। নিজৰ অসমখনক বৰ বেছিকৈ নোৱাৰিলেও খুব কম সময়ৰ ভিতৰত উদঙাই দেখুৱাইছিলো। আমি অসমৰ এশিডীয়া গড়, চাহপাত, ঢোল, পেঁপা, গগণা, পিঠা, বিহু, জাপি, কপৌফুল, মুখ্যমন্ত্ৰী, শিক্ষামন্ত্ৰী, বনমন্ত্ৰী, শিৱসাগৰৰ কীৰ্তিচিহ্ন, গুৱাহাটী, তেজপুৰ সকলোৱে কীৰ্তিচিহ্ন, শংকৰদেৱ, মাধৱদেৱৰ হৰি নাম, সত্ৰীয়া নৃত্য, জনসংখ্যা, বিভিন্ন জাতি-জনগোষ্ঠী, সাজপাৰ সকলো থুলমূলকৈ হ'লেও দেখুৱাইছিলো। আমি দলীয় গীতটো অংশ গ্ৰহণ কৰিছিলো। তাত আমি ড° ভূপেন হাজৰিকাদেৱৰ 'বুকু হম হম কৰে' গীতটো পৰিবেশন কৰিছিলো। নৃত্য প্ৰতিযোগিতাত ছবি প্ৰদৰ্শন কৰিছিলো। সকলোকে নিজৰ সংস্কৃতি দেখুৱাবলৈ পাই গৌৰৱান্বিত হৈছিলো।

আমাৰ যেতিয়া Programme শেষ হৈছিল তেতিয়া আমাক ফুৰাব নিছিল। দেৱকান্ত বৰুৱাদেৱৰ 'সাগৰ দেখিছা' কবিতাটো পঢ়িহে আছিলো, কিন্তু জীৱনত প্ৰথমবাৰৰ বাবে সাগৰ দেখিছিলো আৰু নিজৰ চকুকে বিশ্বাস কৰিব পৰা নাছিলো। আমি বঙ্গোপসাগৰৰ পাৰে পাৰে ফুৰিছিলো। সকলোৱে পানীত জপিয়াইছিলো। সাগৰৰ ঢৌ আহি থকা দেখি ভয়তে মই যোৱা নাছিলো। সাগৰৰ পাৰৰ শামুকৰ খোলাবোৰ স্মৃতিৰূপে বুটলি আনিছিলো। তাৰ উপৰিও বহুত পুৰণি মন্দিৰ দেখুৱাব নিছিল। মন্দিৰবোৰৰ বেৰত মূৰ্তি খোদিত আছিল।

আমাক ফুৰাব নিওঁতেহে তামিলনাডুখনৰ কথা গম পাইছিলো। তাত Transportৰ বহুত সুবিধা। যদিও সৰহ সংখ্যক লোকে চাইকেলহে ব্যৱহাৰ কৰিছিল। তাৰ মানুহবোৰে নিজৰ মাতৃভাষাতহে অৰ্থাৎ তামিল ভাষাতহে কথা পাতিছিল। বেলেগ ভাষা জানিলেও তামিল ভাষাহে ব্যৱহাৰ কৰিছিল। তাত গৰমৰ প্ৰভাৱ অত্যন্ত বেছিল আছিল।

শেষৰ দিনা পূজা এভাগ অনুষ্ঠিত কৰিছিল। সকলোৱে নিজৰ নিজৰ ভক্তিমূলক গীত পৰিবেশন কৰিছিল আৰু সেইবাবে আমিও শংকৰদেৱৰ হৰি নাম প্ৰদৰ্শন কৰিছিলো।

সময় বৈ নাথাকে। ঠিক সেইদৰে আমাৰ Campৰ দিন শেষ হ'ল। বিদায় জনোৱাৰ আগতে সকলোৱে পৰা Autograph লৈছিলো। পুনৰ লগ পাম নে নাপাম নাজানো। কিন্তু বৰ সুন্দৰ অনুভৱ এটা পাইছিলো সকলোৰে পৰা। বিদায়ক্ষণত দুখ মনেৰে ঘৰাঘৰি হ'বৰ বাবে ট্ৰেইনত উঠিছিলো। কিন্তু আমাৰ দুৰ্ভাগ্যৰ কথা হাওৰা ষ্টেচনৰ আমাৰ ট্ৰেইন এৰি গৈছিল। গোটেই ৰাতিটো ষ্টেচনত থাকিব লাগিব ভাবিছিলো, কিন্তু আমাক NCCৰ Cadet গম পাই মানুহকেইজনমানে তেওঁলোকৰ Guest Houseত থাকিবলৈ সুবিধা কৰি দিছিল। আৰু সেই সুযোগতে কলকাতা ফুৰিছিলো। দ্বিতীয় দিনা আমি Army ভৰাতে উঠি ৫ দিনৰ পিছত ২০-১০-২০১৩ত শিমলুগুৰি ষ্টেচন পালোহি।

সময় গতিশীল
থাকি যায় কেৱল স্মৃতি।

জীৱনৰ বাটত সেই মধুৰ স্মৃতি লৈ আগবাঢ়ি যাব লাগিব। শেষত ক'বই লাগিব ট্ৰেইনত, Campত বহুত সমস্যা, কষ্টৰ সন্মুখীন হৈছিলো, কিন্তু বহুত সুখীও। কিয়নো এই যাত্ৰাত মোৰ বন্ধু-বান্ধৱী বিশেষকৈ ৰিতু, কদচেং আৰু শ্ৰীমন্তৰ পৰা বহুত সহায় পাইছিলো। আমি নিজৰ অসমখনক প্ৰতিনিধিত্ব কৰিবলৈ পাই সকলোৱে গৌৰৱান্বিত অনুভৱ কৰিছিলো।

জয়সাগৰ Campৰ পৰা আৰম্ভ কৰি তামিলনাডুৰ NCC Camp লৈ এই যাত্ৰা সঁচাই অতি অনুপম। এই অনুপম যাত্ৰাই মোক ভৱিষ্যতলৈকেও মোৰ মনটোক ৰোমাঞ্চিত কৰি ৰাখিব।





# সোণোৱালী শৈশৱৰ পমখেদি....

অংকিতা বড়া
স্নাতক দ্বিতীয় ষান্মাসিক
বাণিজ্য শাখা

"হেৰুৱা অতীতৰ সুবাস বিচাৰি হয়তো
ক'তো নাপাম,
নিৰবে হেন্দোলনি সহিব অতীতৰ
স্মৃতি বিলাকে,
ভৱিষ্যত পৰিকল্পনাৰে জীৱন নামৰ
পদ্যটি আকৌ আওৰাম...."

সোণোৱালী শৈশৱ মোৰ দিবাস্বপ্নৰ বৰ্তমান। শৈশৱৰ মধুৰ স্মৃতি বিজৰিত মোৰ হৃদয়ৰ কেনভাচখন হয়তো মলিন হ'ব ধৰিছে। অতীতত হৈ যোৱা মোৰ শৈশৱৰ প্ৰতিটো মুহূৰ্তই এতিয়া মোৰ জীৱনৰ সুকোমল দলিচা এখনৰ দৰে হৈ পৰিছে, যাক স্পৰ্শ কৰিলেই জীৱনটো অনুৰণিত হৈ উঠে এক তীব্ৰ অনুপ্ৰেৰণাত....

'শৈশৱৰ দিনবিলাকেই হয়তো মোৰ বাবে বহুত ভাল দিন আছিল।' যিবোৰ দিনত জনা নাছিলো বাহিৰৰ পৃথিৱীৰ কৃত্ৰিমতাৰ কথা। সকলোৰে মুখত দেখা পাইছিলো আন্তৰিকতা, মৰমৰ প্ৰতিচ্ছবি। শৈশৱ কালতেই বৰষুণত তিতাৰ আমেজ পাইছিলো। সৰু হাত দুখনেৰে টোপ্ টোপকৈ পৰা বৰষুণৰ টোপালবোৰক গোটাই সৈ হৃদয়ংগম কৰিছিলো আৰু সেইবাবেই হয়তো তেতিয়া দুখ-যন্ত্ৰণাবিলাকে এতিয়াৰ দৰে কোঙা কৰিব পৰা নাছিল। সৰুতে বৰষুণ দিলে মেলি দিয়া হাত দুখন আহি আহি আজি মুখৰ ওপৰত অৱস্থান লৈছে। এক প্ৰচেষ্টা, ক্ষীণ প্ৰচেষ্টা... সকলোৰে কৰো হাত দুখনেৰে ঢাকি বচাব বিচাৰো নিজক সেই চিৰ পৰিচিত বৰষুণজাকৰ পৰা। আচলতে আমি বচাব বিচাৰো নিজক সেই বৰষুণৰূপী যন্ত্ৰণা, দুখবোৰৰ পৰা, সেইবাবে আমি কেতিয়াও সুখী হ'ব নোৱাৰো। আমি সেই দুখবোৰক বৰষুণৰ পানীখিনিৰ দৰে পিব নাজানো আৰু যিদিনাখনেই এনে কৰিবলৈ আমি শিকিম, জীৱনৰ মাদকতাও ঘূৰাই পাম সেই দিনাখনেই, সেই দিনাখনেই বিচাৰি পাম আমি আমাৰ শৈশৱক।

সময়ৰ সোঁতত উটি আহি উপস্থিত হৈছোহি এনে এটা পৰিৱেশত, যিটো পৰিৱেশত নিজক হেৰুৱাই পেলাইছো সম্পূৰ্ণৰূপে। অৱশিষ্ট যিখিনি বাকী আছে, কেৱল প্ৰতিযোগিতা অথবা স্বাৰ্থ সিদ্ধিৰ ক্ষেত্ৰতেই ক্ষয় হৈ গৈছে। পলাই ফুৰিব লগা হৈছে নিজৰ পৰা নিজে। শৈশৱতো এনে হোৱা নাছিল?

মনত পৰে, ল'ৰালি কালত পথাৰৰ কেঁচা আলিৰ ওপৰেৰে খোজকাঢ়োতে, আঘোণৰ পথাৰত টেঁচু, ৰবাৰ টেঙাৰ সোৱাদ লওঁতে, তুলসীজোপাৰ তলত মূৰ দোৱাওতে এক বিশেষ ধৰণৰ আমোদ পাইছিলো, এতিয়াও তাৰ প্ৰভাৱ নথকা নহয় তথাপিও আগৰ আমেজখিনি সংকোচবোধৰ কাৰণেই হওঁক বা প্ৰতিযোগিতাৰ কাৰণেই হওঁক, বহু পৰিমাণে নাইকিয়া হৈ গ'ল...

কেৱল খোৱা কামুৰা চাৰিওফালে...

এই পৃথিৱীত নিজৰ অস্তিত্ব ৰক্ষাৰ বাবে চেষ্টাই চলাই চলাই উশাহ ল'বলৈকো পাহৰি থাকিলো। কেৱল নিজৰ মাজতেই ব্যস্ত হৈ পৰিলো। কৰ্তব্য আৰু দায়িত্বৰ পৰা হাত সাৰিবলৈ যেতিয়াৰ পৰাই বিচাৰিলো, নিজক তেতিয়াৰ পৰাই লাহে লাহে ধ্বংসৰ গৰাহলৈ ঠেলি দিলো। সৰু থাকোতে কোনো দায়িত্ব লোৱাৰ কথা মনত নপৰে, কাৰণ দায়িত্ব ল'বলৈ যে মা-দেউতা আছিল। কিন্তু যেতিয়াই নিজৰ বিবেকক আগস্থান দি অগ্ৰজসকলক আওকান কৰিবলৈ ল'লো, তেতিয়াই হয়তো মোৰ জীৱনটো এটা নিমিলা অংক হৈ পৰিল। সেই কাৰণেই এতিয়া 'কিয় যে ইমান সোনকালে ডাঙৰ হ'লো? সৰুতেই ভাল আছিল...।'' কথাষাৰে বাৰে বাৰে অতীতলৈ ঢাপলি মেলায়।

# বন্ধুত্ব

নৱকান্ত বৰগোহাঁই
স্নাতক চতুৰ্থ ষাণ্মাসিক



কোনো অজান ব্যক্তিয়ে কৈছিল "বন্ধুত্ব মানে দুটা শৰীৰৰ মাজত লুকাই থকা এটা মাথোন আত্মা।" যিদৰে মানুহে জীৱনত নিজকে মানুহৰূপে প্ৰতিষ্ঠা কৰিব নোৱাৰিলে মানুহৰ জীৱনটো অসম্পূৰ্ণ আৰু অৰ্থহীন সেইদৰে বন্ধুত্বৰ অবিহনে মানুহৰ জীৱনটো অসম্পূৰ্ণ আৰু অৰ্থহীন। সকলো মানুহৰে জীৱনত এজন হ'লেও প্ৰকৃত বন্ধু বা বান্ধৱী থকাটো অতি প্ৰয়োজন। বন্ধুত্ব এটা পৱিত্ৰ বান্ধোন। বন্ধুত্বৰ জৰিয়তে দুখীজনক সুখী কৰি তুলিব পাৰে। বন্ধুত্বই অশান্তিময় জীৱনক শান্তিময় কৰি তুলিব পাৰে। ইয়াৰ পৰা ক'ব পাৰি যে সকলোকে বান্ধি থোৱা এনাজৰীডাল হ'ল বন্ধুত্ব।

কোনো এজনে আন এজনৰ লগত দুদিন থাকি খুৱা-যুৱা কৰি হাঁহি আনন্দ কৰি থকাটোৱেই প্ৰকৃত বন্ধুত্ব নহয়, ই ক্ষন্তেকীয়া। এই বন্ধুত্বৰ পৰা যিমান উপকৃত হ'ব পাৰি তাতকৈ বেছি অপকাৰহে হয়, সেয়ে তেনে বন্ধুৰ পৰা তেওঁৰ বেয়া গুণবোৰ এৰি ভাল গুণকেইটাহে আয়ত্ব কৰিব লাগে। প্ৰকৃত বন্ধুত্ব হ'লে তেওঁৰ অন্তৰৰ সকলো কথা আৰু তেওঁৰ ভিতৰৰ মানুহজনৰ কথা জনা উচিত। দুখত দুখী, সুখত সুখী, বিপদত সমাধানৰ পথ দিওঁতা আৰু ইজনে সিজনৰ মাজত থকা মিলা-প্ৰীতি, বুজা-বুজি আদিৰ যোগেদিহে প্ৰকৃত বন্ধু হ'ব পাৰে।

বন্ধুত্ব তুলনাহীন। এপাহ ফুলৰ সুবাস সদায় নাথাকে, সময় সাপেক্ষে সিও মৰহি যায়। কিন্তু বন্ধুত্বৰ মৰম, চেনেহ, ভালপোৱা, ত্যাগৰ এনাজৰীডাল কেতিয়াও মৰহি নাযায়। এই বন্ধুত্ব পাহৰিব নোৱাৰি বহু দুৰ্বণিত থাকিলেও বন্ধুত্ব, মৰম চেনেহ ত্যাগৰ চিৰৰূপে ৰৈ যায়। অতীতৰ সেই স্মৃতিবোৰ সুঁৱৰি ক্ষন্তেক সময়ৰ বাবে হ'লেও আনন্দ পাব পাৰি। বন্ধুত্বৰ এনাজৰীডাল বৰ মিহি আৰু কটকটীয়া। নিচেই ঠুনুকা, এখাৰ চিগি গ'লে ইয়াক [redacted] দিবলৈ বৰ কষ্টকৰ।

[redacted] মানুহৰ যেতিয়া নিজৰ মনৰ কথা ক'বলৈ, সুখত হাঁহিবলৈ, বিপদত সমাধানৰ পথ দেখুৱাবলৈ এজন প্ৰকৃত বন্ধুৰ প্ৰয়োজনবোধ হয়। বহুতো কথা সকলোৰে আগত ক'ব নোৱাৰি। মন নাযায়। বহু কথা মা-দেউতা, ভাইটি আদিৰ আগত লুকুৱাই থওঁ। সেই কথাবোৰ ক'বলৈ মন যোৱা, মৰমৰ ভালপোৱা বন্ধুজনৰ আগত কৈ মনটো পাতল কৰিব পাৰি।

বন্ধুত্বই জাতি, ধৰ্ম, লিংগ, বয়স নিৰ্বিচাৰে; মাথোঁ বিচাৰে মৰম, চেনেহ। বন্ধুত্ব সকলোৰে লগত গঢ়িব পাৰি তেওঁ লাগে ল'ৰাই হওঁক বা ছোৱালীয়ে হওঁক, ডাঙৰে হওঁক বা সৰুৱেই হওঁক। প্ৰকৃত বন্ধু গঢ়াটো যিমান কঠিন, বন্ধুত্বৰ এনাজৰীডাল ৰাখিবলৈ তাতকৈ বেছি কঠিন।

জীৱনত যিজনে বন্ধুত্ব গঢ়া নাই তেওঁ পৃথিৱীত একোৱেই পোৱা নাই আৰু তেওঁৰ নিচিনা দুৰ্ভগীয়া হয়তো পৃথিৱীত অন্য এজন নাই।





# ফাগুন

কৌৰাজ বৰগোহাঁই
সহকাৰী অধ্যাপক

সিপাৰে তুমি কিহৰ স'তে মাতাল
মই নাজানো,
এই পাৰে অপেক্ষাৰত মই
ব'হাগৰ প্ৰহৰী।
বতাহৰ জাউৰিত আছে
শিমলু বা কেহুৱা ফুলৰ পাহি
তথাপিও নুবুজিলো তোমাৰ সেই
অচিন অবুজন হাঁহি।
মোৰ জীৱনৰ কেঁকুনি জানো দেখিছা?
সময় পালে আহিবা এদিন,
বুজিবাহি কেঁকুৰিৰ কাষৰ পুখুৰীৰ
সেই দেওপাৰি থকা
মাছৰ এজাক পোনা।।
স্নিগ্ধ জোনাকৰ নিয়ৰৰ বগাজাল ফালি
অসীম আকাশত
ওন্দোলনি দিছিলা কজলা মেঘ হৈ
সময়ৰ আহ্বানত হৈ পৰিলো
অজলা ফকীৰ, অবুজ সাঁথৰ
আৰু দুখীয়া কবি।



# ছাঁয়া

…পাশিখা বৰুৱা
স্নাতক চতুৰ্থ ষাণ্মাসিক (কলা)

ছাঁয়া মোৰ তুমি
জীৱনে মৰণে
চিৰ লগৰী,
মোক এৰি তুমি
নাথাকা আঁতৰি।
যেনিয়ে গতি লওঁ
ফুৰা তুমি লগতে
উঠোতে বহোতে
শোৱা-খোৱা সকলোতে
থকা মোৰ সতে।
সুখতো তুমি হোৱা
মোৰ লগৰী
দুখতো তুমি মোক
নোযোৱা এৰি।
নোবাবো চলিব অকলে
তোমাক একৰ্সীয়া কৰি,
এয়ে আমাৰ মাজৰ
নিচিগা এনাজৰী।
ফুৰা তুমি আজীৱন
মোৰ কাষে কাষে,
জীৱনে মৰণে আমি
থাকো একে লগে।







# সময়ৰ কুঁৱলিত ধূসৰ হ'ব ধৰিছে

অৰ্চনা বড়া
স্নাতক চতুৰ্থ ষাণ্মাসিক
বাণিজ্য শাখা

মোৰ চকুত আকাশ একোখন কোনে থ'লে
যে সময়ত টলমল ৰ'দ
সময়ত বিজুলি চেৰেকনি আৰু
সময়তে নামি আহে
ধাৰাসাৰ বৰষুণ।
বুকুত সপোনৰ গুটি কোনে ৰুলে
যে গুটিৰ পৰা গছ হ'ল,
গছৰ পৰা অৰণ্য হ'ল
সপোনৰ ডাঠ সেউজীয়া।
মন মগজুত চিন্তা-ভাৱনাৰ চাকনৈয়া
নিঃসংগতাৰ পঁজাত
পোৱা নোপোৱাৰ হিচাপ বহী
কোনে গুজিঁ দিলে?
কোনে গুজিঁ দিলে মোক এখনি নদী
যে থমকি ৰ'বও নোৱাৰোঁ,
উভতিবও নোৱাৰোঁ
সময়ৰ কুঁৱলি ক্ৰমশঃ ধূসৰ হ'ব ধৰিছে,
পুৱা-দুপৰ বেলি।





# অচিনাকী

পাপ্পুমিয়া বৰুৱা
স্নাতক চতুৰ্থ ষাণ্মাসিক

সপোনৰ শিপাৰে
কোন তুমি অচিনাকি?
কোন তুমি! বাৰে বাৰে চুব খোজা,
মোৰ মেঘালী চুলি।
নিতৌ ভাবনাৰ মুধত
ভাবি ৰওঁ ক'ব তুমি
ধুমুহাৰ সতে আহা
নে তুমিও এজাক বসন্তীয়া বতাহ!!





# আবেলিৰ কবিতা

অনিমেষ কাকতি
স্নাতক ষষ্ঠ ষাণ্মাসিক
কলা শাখা

দুপৰীয়াটো পাৰ হ'ল
এটা ভ্ৰাতৃঘাতী আন্দোলনেৰে
ৰ'দবোৰ তেজ হৈ
পাহাৰটোৰেদি বাগৰি গ'ল।
আৰু এই আবেলিত
সন্মুখত সেউজীয়াবোৰ খেদি
বাৰীত কপৌৰ মাত শুনি,
ভাইটোৱে কেটেপা টানিলে।
তাৰ হাত বৰ পোন
তেজে তুমুখলি কপৌটো আনোতেই
ভাইটোক কাইটে বিন্ধিলে,
গুৰি উভালি দলিয়াই দিলোঁ
বাৰীৰ সকলো গোলাপ,
মোৰ আঙুলিৰ ফাঁকে ফাঁকে।
তেজৰ ফাঁকু
মোৰ আৰু ভাইটোৰ তেজ
তেজবোৰ ৰ'দৰ দৰে,
বাগৰি পৰিল মোৰ
আশে-পাশে আৰু
গোটেই আবেলিটো,
ৰঙা হৈ পৰিল।





# অনুভূতি

জাহ্নৱী বৰা
স্নাতক ষষ্ঠ ষাণ্মাসিক

নানা প্ৰশ্নৰে আবৃত্ত মোৰ
মনটো নে জীৱনটো নাজানো........
আঘোনৰ পথাৰৰ বুকু ভৰাই থোৱা
ধাননিৰ দৰে হালি জালি
নাচিব ধৰিছিলো হে মাথো।
নাজানো ক'ৰ পৰা আহিল
অবতৰীয়া বান
সেই যে আহিল যি আহিল
সকলো ধাহি মুহি থৈ গ'ল
মোৰ মন, অন্তৰ মোৰ বিশ্বাস আৰু সপোন।
নাজানো কিয় এনে হ'ল
হয়তো মোৰ প্ৰেম সঁচা নাছিল
নতুবা সঁচা প্ৰেম মোৰ ভাগ্যত নাছিল।





# জোনতৰা

ভৈৰবী সোণোৱাল
উচ্চতৰ মাধ্যমিক দ্বিতীয় বৰ্ষ

জোনাক নিশাৰ আকাশত
জোনৰ লগত তৰাই
লুকা ভাকু খেলে
গোটেই আকাশ তৰাই
বিৰাজ কৰে।
মন যায় আকাশৰ তৰা হ'বলৈ
জোনৰ লগত খেলৰ
মেলা পাতিবলৈ।
কিন্তু যাব পৰা নাই
সেই সুদূৰ আকাশ চুবলৈ।।



# অতীতৰ স্মৃতি

নিতুমনি বৰুৱা
স্নাতক চতুৰ্থ ষাণ্মাসিক

মনত পৰেনে তোমাৰ
অতীতত এৰি অহা সেই স্মৃতিবোৰৰ কথা,
নাজানো, তোমাৰ পৰেনে নপৰে
যেতিয়া মই নিদ্ৰা দেৱীৰ কোলাত পৰো
এৰি অহা সেই স্মৃতিবোৰে
মোক আবেগিক কৰি তোলে।
মই যেতিয়া স্মৃতিবোৰ ৰোমন্থন কৰো,
মোৰ কোমল অন্তৰে তোমাকে বিচাৰে।
মনত পৰেনে তোমাৰ
অতীতৰ খেল ধেমালিৰ কথা,
তুমিও চাগে অকলশৰে থাকি
সেই স্মৃতিবোৰেই ৰোমন্থন কৰা।
কি যে হৃদয়ৰ পৰা মচিব নোৱাৰা।
অজান অনুভূতি
দেহটো সুচল হৈ থাকিবৰ বাবে
যিদৰে প্ৰাণৰ প্ৰয়োজন
প্ৰেমকো সুচল কৰি ৰাখিবৰ বাবে
নিৰ্মল হৃদয়ৰ প্ৰয়োজন।
মনত পৰেনে তোমাৰ
মোক অকলশৰে এৰি থৈ যোৱা সেই দিনৰ কথা,
কেতিয়াও নাপাহৰো মই
মোৰ জীৱনৰ প্ৰথম প্ৰেমৰ কথা।।





# বিবেকৰ কবিতা

শিবানী দেৱী
উচ্চতৰ মাধ্যমিক দ্বিতীয় বৰ্ষ

মোৰ কবিতা মকত
নাচি উঠে আকাশৰ
তাৰবীয়া বতৰে।
কিছুমান বিপ্লবী শব্দৰে
লিখি যাওঁ, ৰচি যাওঁ
বিপ্লৱৰ একোটি
জলন্ত কবিতা।
ছন্দৰ পৰাগ চলি
মোৰ কবিতাই খহাই আনে
আকাশৰ জোন, তৰা, বেলি
আৰু বুকুৰ এচুকত
আঁকি যাওঁ মানুহৰ
সুখ-দুখৰ ছবি।
এনেদৰেই মোৰ হৃদয়ত
মোৰ মানস কুঞ্জত
ফুলাওঁ এখনি গুৱনি ফুলনি।



# ৰক্তপিপাসু

জয়শ্ৰী বৰা
স্নাতক চতুৰ্থ ষাণ্মাসিক

হে'ৰ হাতত বন্দুক তুলি লোৱা
নৰপশু কেইটা,
তইঁত কোনটোয়ে আনি দিছ
দেশলৈ শান্তিৰ বতৰা!
তইঁতৰ হাতৰ বন্দুক কেইটাই
কি দিছে জনগণক?
ক'ব পাৰিবিনে কোনোৱা এটাই
কেঁচা তেজৰ বন্যাৰ বাদে
আন কি দিছে?
তইঁতে আনক দিব নাজান
মাত্ৰ আনৰ পৰা আজুৰি নিয়।
তইঁতে আজুৰি নিয় কোনো
দুৰ্ভগীয়া মাতৃৰ বুকুৰ সন্তানক।
তইঁতে কাঢ়ি নিয় কণ কণ শিশুহঁতৰ
ধূলি-মাকতিৰ সোণালী শৈশৱ।
তইঁতৰ বন্দুকে কাঢ়ি নিয়ে
কোনো নৱ পৰিণীতাৰ
শিৰৰ ৰঙা সেন্দুৰ।
হে'ৰ নৰপিশাচহঁত তইঁত ইমান নিষ্ঠুৰ নে?
তইঁতৰ হৃদয়ত অলপো দয়া-মমতা নাই নে?
সঁচাকৈ তইঁতৰ হৃদয়খন তইঁতে হাতত লৈ থকা
বন্দুক কেইটাৰ দৰেই কঠিন।
তইঁতৰ বাবেই আজি এই
সুন্দৰ পৃথিৱীত
মৰিশালিৰ নিস্তব্ধতা।।
সেয়ে কৈছো,
তইঁত একো একোটা
মানুহৰ কেঁচা তেজৰ গোন্ধত
বলিয়া হোৱা
"ৰক্তপিপাসু"।







# মোক কিছুমান শব্দ লাগে

কলচেং বুঢ়াগোহাঁই
স্নাতক ষষ্ঠ ষাণ্মাসিক
বাণিজ্য শাখা

মোক কিছুমান শব্দ লাগে
এটা কবিতা লিখিবলৈ,
আজি লিখিব বিচাৰো মই
মোৰ নীৰৱ হৃদয়ৰ নিৰ্জনতা ভাঙি
বৈ থকা বিষাদময় অশ্ৰুৰ
নষ্টালজিয়া হৈ যোৱা
প্ৰেমৰ কথা।

কিন্তু, কোনে দিব আজি মোক শব্দ?
কাৰ বাবে মই লিখিম কবিতা?
কোনে বুজি পাব,
ব্যাকুলতাৰে ভৰা মোৰ
হৃদয়ৰ ভাষা।

আজি উৰলি গৈছে
মোৰ বিবৰ্ণ হৃদয়
বিবৰ্ণ হৈ পৰা সপোনবোৰ
মই জীপাল কৰি তুলিব বিচাৰো
সেই নিঃশব্দ নিশাত দেখা সপোনবোৰ
কবিতাৰ ভাষাত।
কিন্তু বৈ গৈছে যেন শব্দবোৰ
মোৰ দুচকুৰ আগত,
পুৰাব দুবৰিত লাগি থকা নিয়ৰৰ দৰেই।

সঁচাকৈ মোক কিছুমান শব্দ লাগে
মোৰ সপোনবোৰ বাস্তৱ কৰিবলৈ।
নকওঁ বুলিও কৈছোঁ,
মোক কিছুমান শব্দ লাগে,
এটা কবিতা লিখিবলৈ,
মাথোঁ তোমাৰ বাবে।



# স্বাধীনতাৰ স্তৱক



নেহা সিং লোহাৰ
স্নাতক চতুৰ্থ ষাণ্মাসিক
কলা শাখা

(এক)
আকৌ এবাৰ পিন্ধি লওঁ আহা
স্বাধীনতাৰ সেউজীয়া চোলা
স্তব্ধ হওঁক সময়ৰ জড়তা
বুকুৱে বুকুৱে প্ৰবাহিত হওঁক
শান্তিৰ নীলিম নিজৰা..........

(দুই)
স্বাধীনতাৰ শুভ্ৰ দুচকু মেলিয়েই
আকাশে হাঁহে
সেউজীয়া পাখি মেলি
বুকুৰ পখীবোৰে উৰা মাৰে..........

(তিনি)
স্বাধীনতাৰ গম্ভীৰ পদধ্বনিত
মলয়াই হৃদয়ৰ গীত জোৰে
নৈখনে খিলখিলাই হাঁহে
শিশুহঁতৰ দুচকুত সূৰ্যমুখী ফুলে..........

# এবুকু উশাহ

মৃদু পৱন শইকীয়া
স্নাতক তৃতীয় ষাণ্মাসিক
বাণিজ্য শাখা

এবুকু উশাহ বিচাৰি যাব খুজিছোঁ
সেউজীয়াৰ কাষলৈ
এবুকু উশাহ বিচাৰি যাব খুজিছোঁ
নদীৰ কাষলৈ
কংক্ৰীটৰ নগৰীৰ পৰা
সেউজীয়ালৈ বহু দূৰ, নদীলৈও.....
সেউজীয়া হেৰুৱাই নদীৰ দুইপাৰ হেৰুৱাই
ক্ৰমাৎ চুটি হৈ আহিছে উশাহ
এবুকু উশাহ মানেই সেউজীয়াৰ ছন্দোময় তৰংগ
ক'ত থওঁ নিজক এই কংক্ৰীটৰ নগৰীত,
কাক কওঁ হঠাৎ নিৰুদ্দেশ হোৱা সেউজীয়াৰ কথা
একেটি মাথোন জীৱন পৰিক্ৰমাত
কি দিন কি ৰাতি।
জী থাকিবলৈকে লাগে মাথো এবুকু উশাহ
বুকুত স্মৃতিৰ শ্মশান একোখন লৈ কংক্ৰীটৰ
নগৰীত আছোঁ
শিপা হেৰুৱাই আকাশলৈ দুহাত মেলিছোঁ
সেউজীয়া হেৰুৱাই নদী হেৰুৱাই
কি বিচাৰিছোঁ........



# বন্ধুত্ব

হিৰণ্য দাস
পি.জি.ডি.টি.এ
স্নাতক প্ৰথম ষাণ্মাসিক

এক আপুৰুগীয়া সম্বন্ধ
এই বন্ধুত্ব,
ত্যাগ, আস্থা, বিশ্বাসৰ
সমন্বয়,
এই বন্ধুত্ব।
এই সম্বন্ধ মাথো
মনৰ, প্ৰাণৰ,
ইজনে সিজনৰ হৃদয়ৰ
সমগ্ৰ জীৱনৰ।
নাই ক'তো এনে সম্বন্ধ
য'ত আছে কেৱল
মনৰ দাপোনৰ সম্বন্ধ,
এই দাপোনৰ মাজেৰে দেখা যায়,
অস্বচ্ছ পৃথিৱীৰ
স্পষ্ট বন্ধুত্ব।



# প্ৰতাৰিত হৃদয়ৰ প্ৰতিশ্ৰুতি

হলিত নায়ক
স্নাতক ষষ্ঠ ষাণ্মাসিক

তোমাৰ হাতত এৰা মোৰ
প্ৰতাৰিত হৃদয়ৰ প্ৰতিশ্ৰুতি,
ভালপোৱাৰ স্মৃতিবোৰ বুকুৰ
উমেৰে জীয়াই ৰাখিবলৈ তুমি।
লুইতৰ বিশাল চাকনৈয়াত
থিৰাটি ধুমুহা ঢৌক নেওচি নেওচি,
নাওঁ মেলাৰ সপোনবোৰ দেখিছিলো তোমাক লৈ....?
কাৰোবাৰ পালতৰা নাওঁত উঠি,
বিপৰীত দিশে যে তুমি গ'লা ঘূৰিও নাচালা
সপোন নে দিঠক বুজিবকে নাপালো মই,
ব্যৰ্থতাই জানো শিকায় তোমাক
জীৱনক সহজ ভাৱে ল'বলৈ.......
বিশাল লুইতৰ পাৰত থাও মনৰ আঁৰত
সাজিছিলো যি বালিৰ ঘৰ,
তাক জানো পাহৰিব পাৰি,
পাহৰণিৰ গৰ্ভত আজিও শেষ হৈ যোৱা নাই
ৰাখিবনে ভালপোৱাৰ স্মৃতিবোৰ
বুকুৰ উমেৰে জীয়াই।





# বিষাদ

আটিফ আহমেদ
উচ্চতৰ মাধ্যমিক দ্বিতীয় বৰ্ষ

এটি মধুৰ নিশা
এছাটি নিৰ্মল বতাহে,
কোবাই যায় মোক।
সাৰ পাই দেখা পাঁও
কেৱল অন্ধকাৰ।
আন্ধাৰৰ মাজে মাজে
এখুজি দুখুজিকৈ আহিলো ওলাই,
বিষাদেৰে ভৰি পৰা মোৰ
হৃদয়ৰ মণিকোঠালৈ।
স্মৃতিৰ বোজা বুকুত বান্ধি
আহিলো ওলাই নতুন আশাৰে,
কিন্তু হঠাৎ
শিহৰণৰ আগজাননী।
ভাগৰি পৰিল মোৰ হৃদয়খনি
অকণমান সঁচা মৰম বিচাৰি।



# ঘূণে ধৰা ভৱিষ্যতৰ সপোন

জয়ন্ত চেতিয়া
স্নাতক পঞ্চম ষাণ্মাসিক
বাণিজ্য শাখা

সৌৱা চোৱা
বিৰিখৰ সৰু সৰু ফুলবোৰ
বতাহত হালিব ধৰিছে;
অনুভৱ কৰিব পৰা নাইনে
এনে লাগিছে যেন
মৃদু মলয়াজাকে জোকাই চাইছে সিহঁতক;
ক্ৰমাৎ মতলীয়া হৈ পৰিছে সিহঁত।
সৌৱা চোৱা
জোৰেৰে অথচ সমীৰণ এচাতিয়ে
এটা এটাকৈ ডললে সবাই পেলাইছে
বিৰিখেও আজি কব খুজিছে নেকি
একবিংশ শতিকাৰ অসম
আজি কোন দিশত।
বিলীন হব খুজিছে
দিকহীন বিভ্ৰান্ত অসমীয়া।
বিষাক্ত মলয়াই
ধোৱাই নিব খুজিছে অসম
নিঃশেষ কৰিব খুজিছে
অসমীয়াৰ ভৱিষ্যত।
তথাপি.........
তথাপি আজি আমি নিমাত।
কিন্তু কিয়?
আমি বিক্ৰী কৰিছোঁ নেকি আমাৰ
সভ্যতা, ইতিহাস, মান মৰ্যদা
তাৰ উত্তৰ কোনে দিব
সিহঁতে?
আৰ জিভাই যোৰ নাবাই
এবাৰ গাবলৈ
'অ' মোৰ আপোনাৰ দেশ।"



# ক্ষোভ

অৰ্ণৱ সৰকাৰ
উচ্চতৰ মাধ্যমিক প্ৰথম বৰ্ষ

বিশ্বৰ বৃহৎ নদী- দ্বীপ হ'ল মাজুলী
মাজুলীক লৈ গৌৰৱান্বিত আমি।
সত্ৰ-নামঘৰে পৰিপূৰ্ণ মাজুলী
সংস্কৃতিৰে, ঐক্যৰ মিলনৰ থলী
মাজুলীৰ বান পীড়িতৰ শুনিছানে কথা
বাৰিষা কালত সেই ছবি ঘৰ দুখ লগা।
মাজুলীত বানৰ সংহাৰি ৰূপে
জীয়াই থকাৰ সম্বল নাইকীয়া কৰে।
বানপানীয়ে সকলোৰে খেতি-বাতি নষ্ট কৰে
সত্ৰ ও নামঘৰ পলকতে জাহ যাবলৈ ধৰে।
মাজুলীৰ জনগণৰ আজি কৰুণ বিননি
দেশৰ অস্তিত্ব ৰক্ষা কৰা নেতাই পাইনে শুনি?



# আশাৰ ৰেঙনিবোৰ

পুনচি সিং
উচ্চতৰ মাধ্যমিক প্ৰথম বৰ্ষ

আশাৰ ৰেঙনিবোৰ ক'ত হেৰাল
কাৰ হাতৰ স্পৰ্শ হেৰাল।
কেঁচা দুচকুত কেঁচা সপোনৰ নিশাত
কাৰ ছবি ক'ত হেৰাল।
নিৰিবিলি মনৰ আঁৰত কোনে বাৰু কান্দে
কোনে বাৰু কাক মাতে।
জোনৰ পোহৰত নিয়ৰৰ বননিত
নিশা বাৰু কোনে কৰুণ জীৱনৰ কবিতা ৰচে
কোনে গচকি কাৰ কেঁচা সপোন ভাঙে।
আজাৰ গভীৰ নিশাত কোনে
নিয়ৰৰ টোপাল বৰষে।
আশাৰ ৰেঙনিবোৰ কোন সাগৰত হেৰাল
কাৰ হাতৰ স্পৰ্শত হেৰাল।
দুচকুত কেঁচা সপোনৰ নিশাত
কাৰ ছবি ক'ত হেৰাল......

# এজন কবি

প্ৰাচুৰ্য্য প্ৰতীম গগৈ
স্নাতক চতুৰ্থ ষাণ্মাসিক

এজন কবি,
যাৰ কলমত ভাঁহি আহে
আবেগ সনা জীৱনৰ
প্ৰতিটো পল।
হাঁহি-কান্দোনেৰে ভৰা
হৃদয়ত লিপিৱদ্ধ
ছন্দটিয়ে হ'ল
কবিতা।
নিগনি বৈ আহে
সুখ-দুখ, পোৱা-নোপোৱাৰ,
বহল ধৰা খনৰ
প্ৰকৃতিৰ প্ৰতিটো
ক্ষুদ্ৰমানৰ পৰা বৃহৎলৈকে
বিশ্লেষণেৰে সজাই তোলে
এটি শব্দ
কবিতা।
সুনয়নত ভাঁহি উঠি
অন্তৰ্যামীৰ দৰে
প্ৰতিখন হৃদয়ৰ কথা বিলাক
টুকি ৰখা
তেওঁৱেই
এজন কবি।



# ৰঙীণ সপোন

কৰবী দুৱৰী
স্নাতক প্ৰথম ষাণ্মাসিক
কলা শাখা

শাৰদী ৰাণীৰ আৱৰণ খুলি
তুমি সোমাই আহিছিলা
মোৰ হৃদয়ৰ বাটেদি,
কম কম বুলিও
ক'ব পৰা নাছিলো
শাৰদীয় সুবাসে দিছিল আমনি.......।
তুমি মোৰ সপোন, তুমি মোৰ বাস্তৱ
তুমিয়েই মোৰ হিয়াৰ অনুভৱ
আৰু........
তুমিয়েই যেন মোৰ বাবে
শৈশৱ, কৈশোৰ আৰু যৌৱন।
পৰেনে মনত তোমাৰ
সেই মধুৰ ক্ষণটি,
যেতিয়াই দিছিলা তুমি মোক
সেই সুন্দৰ প্ৰস্তাৱটি।
তোমাৰ চাগে খুব কষ্ট
হৈছিল সিদিনা,
বাজিছিল তেতিয়া মোৰো
জনা বুকুৰ বীণা।
তোমাৰ সৈতে কটোৱা সেই
ৰঙীণ মুহূৰ্তবোৰে
ইমান আমনি কৰে?
পঢ়াৰ মাজতে তোমালৈ.....।
ভাগৰুৱা জীৱনৰ বৰ্তমান
আমি দুয়ো ক্লান্ত পথিক,
আশাৰবো জীৱনত যেন
কাহানিও নোযোৱা পাহৰি
এই অভাগিনীক.......।।



# মোৰ জীৱন

বিতু বৰুৱা
স্নাতক চতুৰ্থ ষাণ্মাসিক
বাণিজ্য শাখা

কি যে হৈ যায় জীৱনত
কোনো ক্ষণতে গমকে নাপাওঁ,
কেতিয়াবা নামি আহে মোৰ জীৱনত
শান্তিৰ নিজৰা
হঠাত আকৌ কেতিয়াবা নামি আহে
প্ৰচণ্ড ধুমুহা।।
প্ৰচণ্ডৰ ধুমুহাই দিয়ে মোৰ হৃদয়ত
দুখৰ এক উপহাৰ
নিৰবে সহি থাকো মই সেই যন্ত্ৰণা।
কোনেও নুবুজে মোৰ হৃদয়ৰ বেদনা।
কিয়নো মই কাৰো আগত নকৰো প্ৰকাশ
মোৰ জীৱনৰ দুখৰ বতৰা।
হঠাতে কেতিয়াবা বাগৰি আহে চকুলোৰ পৰা
অশ্ৰুৰ বন্যা।
চকুৰ অশ্ৰুকতে বৈ যায়
এক অন্তহীন চকুলোৰ বন্যা।।
আৰু সেই বন্যাতে লুকাই থাকে
মোৰ জীৱনৰ দুখৰ বতৰা।





# নিঃসংগ আজি মই জোনাক

বিতু বৰুৱা
স্নাতক চতুৰ্থ ষাণ্মাসিক
বাণিজ্য শাখা

জোনাক তুমি ক'লৈ নো গ'লা তুমি,
আজি মই বহুত অকলশৰীয়া
তুমিয়ে শিকাইছিলা অনুভৱবোৰ লিখিবলৈ,
তুমিয়ে শিকাইছিলা সপোন ৰচিবলৈ,
তুমিয়ে শিকাইছিলা হাঁহি থাকিবলৈ।
তোমাৰ প্ৰেৰণাক লৈ গৈছো আগুৱাই
প্ৰতিটো মুহূৰ্তত,
কেনিনো গ'লাগৈ তুমি জোনাক।
তোমাৰ কোনো বাতৰিয়েই নাই।
আজি পৰিছে মনত তোমাক
আজি ক্ষন্তেক সময়ৰ বাবে যদি মই সুখী,
তথাপিও জোনাক তুমি কাষতে নাই।



# প্ৰেমৰ দিনৰ কথা

প্ৰাৰ্থপ্ৰতীম দুৱৰা
স্নাতক চতুৰ্থ ষাণ্মাসিক
বাণিজ্য শাখা

কথাবোৰ তৰাৰ দৰে
প্ৰেমৰ দিনৰ কথা
শিশুৰ দৰে মধুৰ আৰু
অবাক আকুল,
কথাবোৰ তৰাৰ দৰে
প্ৰেমৰ দিনৰ কথা।
আন্ধাৰ বাটৰ পথৰ নিচান হৈ
ই জ্বলি থাকে প্ৰতিটো বেঁকুৰিতে,
কিন্তু জানিবা
প্ৰেমৰ দিনত
জোনাকৰ এখন সমুদ্ৰৰ বাহিৰে
নাথাকে দিন, নাথাকে নিশা
পাহৰি নাযাবা।
আকাশখন মাত্ৰ সাপোন
তৰাবোৰ প্ৰতিটো উশাহত জ্বলি উঠা
উৎসৰ্গিত হৃদয়তৰ শিখা
জ্বলি ৰৈছে
জ্বলি থাকিব
প্ৰেমৰ অনিৰ্বাণ
প্ৰতিশ্ৰুতি হৈ।





নষ্টালজিয়াৰ বান।
কিয় বাৰু পাহৰি থাকিম তইঁতক
পাৰিব জানো মোৰ হৃদয়ে পাহৰিব
আৱেগ-অনুভূতিৰ পৰশ লগা
তিনিটা বসন্তৰ নিবিড় স্বপ্নক
অনুভূতিয়ে জীয়াই ৰাখে বন্ধুত্ব
বিশ্বাসে গাঢ় কৰে সম্পৰ্ক।
সেই যে
কেণ্টিনত মৰা আড্ডাবোৰ
বৃন্দাবন আখ্যা দিয়া
বৰগছ জোপাৰ তলত বহি
আনক চাই যে সংজ্ঞা দিছিলো আমি
সুখত নে দুখত আছে সি
কাৰোবাৰ ক্ষন্তেকীয়া প্ৰেমক যে আমি
উপন্যাসৰ চিত্ৰনাট্য বনাইছিলো।
মমতাজ তাৰ নহ'লেও
কোনোবা এটা যে, চাহজাহান হৈছিল
তাজমহল বনোৱাৰ সলনি যে
কেণ্টিনত আলুচপ খোৱাৰ কথা ভাবিছিল।
বয়জ কমন ৰুমত – খেলি
এখন মেচ জিকিলে যে
বিশ্বকাপ জিকাৰ নিচিনা লাগিছিল
এই সকলোবোৰ অতীত হৈ পৰিল।
আৰু সেই যে
আড্ডা নমৰা ক্লাছৰ আটাইতকৈ
ভদ্ৰ আৰু নম্ৰ ল'ৰাটো
অৰ্থ নোহোৱা কিবা প্ৰশ্ন এটা কৰিলেও
সি যে বিশ্বাসভৰা গৌৰৱে কৈছিল
এটা অৰ্থপূৰ্ণ উত্তৰ
আৰু মোৰ সেই ভাল লগৰ কেইজনী
কিবা এটা দৰকাৰী কথা ভালকৈ সুধিলে
মই যে, ফাল্টু কবি কৈছিলো তইঁতক
বন্ধুত্বৰ গভীৰ বিশ্বাসেৰে তঁহতি যে কৈছিলি
পাগল বুলি মোক
তিনিটাই মিলি মাৰিব লোৱা
ছেলফি কপিত বিশ্রামান হৈ যে
তইঁত সকলোৱে সকলোৰ
সুখ-দুখৰ সমভাগী হৈছিলি
সকলো নষ্টালজিক হৈ পৰিব নহয়!
উঁকুপি উঠিব মোৰ হৃদয়ে
তইঁত যে যাবিগৈ
হোষ্টেল মেত এৰি
ৰোমন্থন কৰিম দুপৰ নিশা যে
সুখক পাহৰি দুখ উঠিছিল
হোষ্টেলৰ কোনোবা এটা কোঠাত
স্মৃতিৰ তুলাচনীত।
কামোৰ বুলি যে
আধুনিকতাৰ পৰশ লগা
এটা শব্দ আছে
তাক ব্যৱহাৰ কৰি আমি যে
কাৰোবাক ভাঙৰ ব্যৱসায়ী
বনাই দিছিলো।
মৰ মনত পৰিব তইঁতলৈ
অকলশৰীয়া অনুভৱ কৰিম
তইঁত যে যাবিগৈ
কেইটামান দিনৰ পাছত
বৰ্তমানটো এদিন অতীত হ'বই লাগিব
যাবতো লাগিবেই প্ৰত্যেকে
পৰিস্থিতিৰ সত্য সি
সুখ-দুখৰ কথাবোৰ
আকৌ ভগাম আমি
জীৱনৰ কোনোবা বসন্তৰ
অচিনাকি প্ৰান্তত।
কলেজীয়া জীৱনৰ বিয়লি বেলাৰ
ভূপালী সন্ধ্যাত
বন্ধুত্বৰ এনাজৰী ডালত
হৃদয়ৰ কোমল অনুভূতিৰ
একাঁজলি কৃষ্টি
তইঁতলৈ বুলি .....।







# সাক্ষাৎকাৰ

*আমোলাপট্টি নিবাসী ধ্ৰুৱজ্যোতি শইকীয়াদেৱ বৰ্তমান এজন সু-প্ৰতিষ্ঠিত ব্যৱসায়ী, দেউতাকে প্ৰতিষ্ঠা কৰা সৰু ব্যৱসায়টো ১৯৮৮ চনৰ পৰা তেওঁ চোৱা-চিতা কৰি শিৱসাগৰ জিলাৰ ভিতৰতে শইকীয়া বেকাৰীক এটা অন্যতম সুন্দৰ ব্যৱসায় হিচাপে প্ৰতিষ্ঠা কৰিলে। এটা বৃহৎ ব্যৱসায়ৰ গৰাকী হৈও প্ৰতিজন মানুহৰ লগত মিলিব পৰা আৰু সৰু ডাঙৰ প্ৰতিটো কথা গুৰুত্ব সহকাৰে জানিব বিচৰা গুণে তেওঁক সফল ব্যৱসায়ী কৰি তুলিছে। তেখেতৰ ব্যৱসায়ত বহু সংখ্যক লোক নিয়োজিত হৈ আত্মসংস্থাপন লাভ কৰিছে। পঞ্চাশোৰ্ধৰ বয়সতো তেওঁৰ যি কৰ্মস্পৃহা, সি যুৱ প্ৰজন্মৰ বাবে অনুকৰণীয় হোৱা উচিত। সামাজিক ভাৱে দায়বদ্ধ শইকীয়া দেৱৰ লৈতে হোৱা এক সাক্ষাৎকাৰ ঃ—*

১। আপুনি ব্যৱসায়টো প্ৰথম কেনেদৰে আৰম্ভণি কৰিছিল?

ঃ ব্যৱসায়টো প্ৰথম মোৰ দেউতাৰ আছিল। তাৰ পাছত মই ১৯৪৪ৰ ব্যৱসায়টো চোৱাচিতা কৰিছিলো।

২। এই ব্যৱসায়টোৰ জৰিয়তে আপোনাৰ লক্ষ্য কিমান দূৰ আগবাঢ়িছে?

ঃ লক্ষ্য বুলি ক'ব গ'লে ৭০%, ৮০% আগবাঢ়িছে, ১০০% আগবাঢ়িব পৰা নাই।

৩। এজন ব্যৱসায়ী হিচাপে আপোনাৰ সমাজৰ প্ৰতি কেনে দায়বদ্ধতা আছে বুলি আপুনি ভাবে?

ঃ সমাজৰ প্ৰতি দায়বদ্ধতা নিশ্চয় আছে। মোৰ ব্যৱসায়টোৰ ফালৰ পৰা ক'ব গ'লে ব্যৱসায়টোৰ জৰিয়তে উৎপাদিত খাদ্য সামগ্ৰীসমূহ কিমান ভাল দৰে বাইজক খোৱাব পাৰো আৰু থলুৱা নিবনুৱা যুৱকসকলক কেনেদৰে কৰ্ম সংস্থাপন দিব পাৰো ব্যৱসায়টোৰ জৰিয়তে, সেইসমূহ দায়বদ্ধতা মোৰ আছে বুলি মই ভাবো।

৪। এজন সফল ব্যৱসায়ী হিচাপে আপোনাৰ যথেষ্ট সুনাম আছে। এই সুনাম অৰ্জন কৰাৰ পথত আপুনি কেনে এটা পৰিৱেশৰ লগত সংগতি ৰাখি ব্যৱসায় চলাই নিছিল?

ঃ ঘাত প্ৰতিঘাতটো বহুত থাকিবই। মানুহৰ Financial Problem বা বিশেষকৈ ইয়াত electricity, machinary problem টো আছেই। Unskil laboure এই বিলাকক শিকাই বঢ়াই আগবঢ়াই নিয়াত যথেষ্টখিনি অসুবিধা হয়। আৰু ইয়াত কেঁচা সামগ্ৰী সমূহ ইমান পোৱা নাযায়। সেইবোৰ বাহিৰৰ লগত যোগাযোগ কৰি আনিব লগা হয়। Skill laboure পোৱা নাযায় সেইটোৱে আমাৰ ইয়াত বহুত সমস্যা। তথাপিও লগত থাকি নিজে শিকি বুজি ব্যৱসায় চলাই নিছিলো।

৫। থলুৱা বহুতো যুৱক আপোনাৰ ব্যৱসায়ত সংস্থাপিত



হৈছে। সেইসকল যুৱকক আপুনি ভালদৰে সংস্থাপন দিব পাৰিছে বুলি আপুনি ভাবেনে?

ঃ পাৰিছো বুলি নাভাবো। তথাপিও যিমান পাৰো তেওঁলোকৰ অভাৱ অভিযোগ সমূহ পূৰণ কৰাৰ চেষ্টা কৰোঁ। তেওঁলোকৰ অভাৱ-অভিযোগসমূহ এশ শতাংশ পূৰণ কৰিব পৰা নাই। অৱশ্যে মানুহৰ অভাৱ অভিযোগ থাকিবই। দৰমহা যিমান দিব লাগে, দিব পৰা নাই। আমাৰ ব্যৱসায়টোৰ বাবে বাহিৰৰ পৰাও বহুত মানুহ আনিব লাগে। এজন মানুহেই বহুত দৰমহা বিচাৰে। আমাৰ এতিয়া মিঠাইৰ কাৰবাৰ আছে। তাৰ বাবে অসমীয়া মানুহ পোৱা নাই আজিলৈকে। সকলো বাহিৰৰ পৰা আনিব লাগে। সেইটোৱে আমাৰ ইয়াত ডাঙৰ সমস্যা। সেইবাবে নিজে এতিয়া কাম শিকিব লগা হৈছে। তাৰ বাবে বহুত কষ্ট কৰিব লগা হৈছে।

৬। এজন সফল ব্যৱসায়ী হ'বৰ বাবে যুৱ প্ৰজন্মলৈ আপোনাৰ পৰামৰ্শ কি?

ঃ যিটো কাম কৰিব, তাত নিজৰ সম্পূৰ্ণ অভিজ্ঞতা থকা দৰকাৰ। নহ'লে আনৰ ওপৰত নিৰ্ভৰ কৰি সফল ব্যৱসায়ী কেতিয়াও হ'ব নোৱাৰে।

৭। অন্য কিবা পৰিকল্পনা?

ঃ পৰিকল্পনাটো বহুতেই থাকে। চাও কিমান আগবাঢ়িব পাৰো।

*সাক্ষাৎ গ্ৰহণকাৰী ঃ কনচেং বুঢ়াগোহাঁই*

আচৰিত কিন্তু সঁচা

(ক) মানৱ শৰীৰৰ সৰ্বত্ৰই তেজ চলাচল হয় যদিও চকুৰ কৰ্ণিয়া (Cornia) অক্ষিগোলকৰ স্বচ্ছআৱৰণ। ইয়াৰ ব্যতিক্ৰম শৰীৰৰ বিভিন্ন অংশৰ বাবে প্ৰয়োজন হোৱা অক্সিজেন তেজে পূৰণ কৰে। কৰ্ণিয়া বাবে প্ৰয়োজনীয় অক্সিজেন পোনে পোনে বতাহৰ পৰা আহে।

(খ) হাঁহিলে মানৱ শৰীৰৰ প্ৰায় ৫৫০ ডাল পেশীৰ ভিতৰত প্ৰায় ১৫ ডালৰ পৰিশ্ৰম হয় আৰু ভ্ৰূ কোঁচালে পৰিশ্ৰম হয় প্ৰায় ৬০ ডালৰ সেয়ে ভ্ৰূ কোঁচোৱাতকৈ হাঁহি থকাই ভাল।

(গ) শুনিলে আচৰিত যেন লাগিলেও এই কথা সঁচা যে বৰফ পৰিবেষ্টিত অঞ্চলৰ বসবাস কৰা এস্কিমোসকলেও ৰিফ্ৰিজাৰেটৰ ব্যৱহাৰ কৰে। খোৱা বস্তু যাতে গোট মাৰি বৰফ হৈ নাযায়, তাৰ বাবে ফ্ৰিজৰ সহায়ত সেইবোৰ ঠিক কৰি ৰাখিবলৈকে এস্কিমোসকলৰ মাজত ফ্ৰিজৰ ব্যৱহাৰ বহুল।

(ঘ) প্ৰায় ৬৫ কিলোগ্ৰাম ওজনৰ এজন মানুহৰ দেহত থকা চৰ্বিজাতীয় পদাৰ্থৰ পৰা প্ৰায় সাতডোখৰ চাবোন তৈয়াৰ কৰিব পৰা যায়। দেহত থকা কাৰ্বনেৰে প্ৰায় ৯০০০ ডাল পেঞ্চিল আৰু ফছফৰাছেৰে ২২০০ ডাল জুইশলা কাঠিৰ খাৰ লগোৱা মুৰ তৈয়াৰ কৰিব পৰা যায়। মানৱ দেহত থকা লোৰে এটা ২.৫ ছেণ্টিমিটাৰ দীঘল গজাল সাজিব পৰা যায়। আনহাতে দেহস্থ বিজুলী শক্তিৰে এটা ২৫ ৱাট ক্ষমতাৰ বাল্‌ব কেইমিনিটমান সময় জ্বলাব পৰা যায়।

*সংগ্ৰহ কৰা পুথি ঃ বিজ্ঞানৰ কি কিয়, কেনেকৈ কোন আৰু কেতিয়া, লিখক ঃ শান্তনু কৌশিক বৰুৱা।*







# সাক্ষাৎকাৰ

সাক্ষাৎ গ্ৰহণকাৰী ঃ ত্ৰান্তিক দত্ত

১। আপুনি ব্যৱসায়ৰ পথ কিয় বাছি ল'লে? বিশেষকৈ এই ব্যৱসায়টো?

ঃ ব্যৱসায়ৰ পথ কিয় বাছি ল'লো— একে আষাৰতে ক'ব নোৱাৰি। মোৰ প্ৰতিষ্ঠানটোৰ নাম 'কিংখাপ' নামেই তাৰ পৰিচয়। সৰুৰে পৰা কাপোৰ কানিৰ ওপৰত সাংঘাটিক দুৰ্বলতা আছিল। মই সুন্দৰ পোছাক পিন্ধি ভাল পাওঁ। কল্পনা কৰো আৰু আনকো পিন্ধাবলৈ গৈয়েই ব্যৱসায়টো আৰম্ভ হৈ গ'ল। তাৰোপৰি ব্যৱসায়ৰ যোগেদি হাতলৈ অহা ধনেৰে ব্যক্তিগত সংসাৰ চলোৱাটো মোৰ বাবে আনন্দদায়ক।

২। ব্যৱসায় কৰিবলৈ কাৰ পৰা প্ৰেৰণা পাইছিল?

ঃ বহু দীঘলীয়া উত্তৰ হ'ব। থোৰতে ক'বলৈ গ'লে মোৰ আইতা (মা) আৰু বাইদেউ তিনিগৰাকীৰ পৰা প্ৰেৰণা পাইছো। আইতা এগৰাকী দক্ষ শিল্পিনী আৰু অতি কাঢ়া এগৰাকী শিক্ষয়িত্ৰী। আইতাৰ তীক্ষ্ণ চকুৰ আগত আমি সৰুৰে পৰা এক মিনিট সময় অযথা নষ্ট কৰিব নোৱাৰিছিলো। গৰমৰ দীৰ্ঘ বন্ধ সময়ছোৱাত বুজা হোৱাৰে পৰা এজুতি তাত লগাই দিছিল। তাঁত বব নোৱাৰা সময়ত মোৰ বাইদেউ কেইগৰাকীয়ে টেবুল ক্লথত এমব্ৰইদাৰী কৰিব দিয়ে। মোৰ ডাঙৰ বাইদেউৰ বৰ্তমান বয়স ৮৭ বছৰ। এই বয়সতো তেওঁ সুন্দৰ মেচিন এমব্ৰইদাৰী কৰে আৰু উপৰ চেউ বিক্ৰী কৰি অৰ্থ উপাৰ্জন কৰে। এইবোৰেই মোক হস্ততাঁত, হস্ত শিল্পৰ প্ৰতি আকৰ্ষিত কৰি মনটোক কল্পনাপ্ৰৱণ কৰি ব্যৱসায়ৰ পথ দিলে। প্ৰথমে মই অতি সামান্য মূলধনেৰে ব্যৱসায় আৰম্ভ কৰিছিলো। অৰ্থ উপাৰ্জন কৰাই প্ৰধান লক্ষ্য নাছিল। মোৰ সৃষ্টিয়েই মোৰ আনন্দ। যাৰ বাবে ইং ২০০৩ চনত শিৱসাগৰ জিলা প্ৰশাসনৰ ফালৰ পৰা Outstanding perlomance in the craft of Textil Designingৰ বাবে স্বাধীনতা দিৱসৰ দিনা আনুষ্ঠানিকভাৱে সন্মানিত কৰিছিল।

৩। আপুনি ব্যৱসায়টো প্ৰথমতে কেনেদৰে আৰম্ভণি কৰিছিল?

ঃ ব্যৱসায়ৰ আনুষ্ঠানিক আৰম্ভণি হৈছিল ১৯৯০ চনত, শিৱসাগৰত। তাৰ আগতে মোৰ প্ৰতিষ্ঠান 'কিংখাপ'ৰ যোগে অসমৰ বিভিন্ন ঠাইত বাণিজ্য মেলাত যোগদান কৰি উৎসাহিত হৈছিলো। সেয়ে স্থায়ীভাৱে কিবা এটা কৰাৰ মানসেৰে ঘৰতে ব্যৱসায় আৰম্ভ কৰি শেষত বাহিৰলৈ ওলাই দোকান আৰম্ভ কৰিলো।

৪। ব্যৱসায়টোৰ জৰিয়তে আপুনি আপোনাৰ লক্ষ্যত উপনীত হ'ব পাৰিছে বুলি ভাবেনে?

ঃ সকলো কামৰ এটা লক্ষ্য থাকিবই লাগে। কল্পনা, চিন্তাধাৰা, লক্ষ্য এইবোৰৰ কোনো পৰিসীমা নাই। লক্ষ্যত উপনীত হৈছো বুলিয়েই ধৰিব লাগিব। কিয়নো মোৰ সৃষ্টি ৰাজ্যিক, ৰাষ্ট্ৰীয় আৰু আন্তঃৰাষ্ট্ৰীয় বজাৰলৈ কটিয়াই নিবলৈ সক্ষম হৈছো।

৫। এই ব্যৱসায়টোৰ জৰিয়তে এগৰাকী উদ্যোগী নাৰী হিচাপে আপোনাৰ সমাজৰ প্ৰতি দায়বদ্ধতা কেনে বুলি ভাবে?

ঃ নিজৰ ব্যৱসায়ৰ উপৰিও মোৰ সমাজ, মোৰ জন্মভূমিৰ প্ৰতি নিশ্চয় দায়বদ্ধ হ'বই লাগিব। মই বাহিৰলৈ যেতিয়াই মোৰ উৎপাদিত সামগ্ৰী লৈ যাওঁ মই প্ৰথমেই গুৰুত্ব দিওঁ, পৰম্পৰাৰ ওপৰত। কাপোৰ, তাৰ ডিজাইন এইবোৰত মোৰ জন্মভূমিৰ চিনাকী থাকিব লাগিব। য'ত জন্মভূমিৰ স্বকীয়তাৰে গ্ৰাহকৰ মন মুহিব পাৰে।

দায়বদ্ধতা সমাজৰ প্ৰতি বিশেষকৈ উঠি অহা উদ্যোগী সকলৰ বাবে। ইং ১৯৯৪ চনৰ ১৪ জুন তাৰিখে আমি কেইগৰাকীমান উদ্যোগীয়ে গুৱাহাটীৰ গৌৰী সদনত গঠন কৰিছিলো উঃপূৰ উদ্যোগী নাৰী সন্থা নামৰ এটা বেচৰকাৰী সংস্থা। উদ্দেশ্য উত্তৰ পূবৰ মহিলাসকলক উদ্যোগমুখী কৰি অৰ্থনৈতিকভাৱে সবলীকৰণ কৰা। সেই সময়ত অসমত মহিলা উদ্যোগীৰ সংখ্যা আঙুলিৰ মূৰত লেখিব পৰা। বিভিন্ন কৰ্মশালা, আলোচনা চক্ৰ, প্ৰশিক্ষণ, সজাগতা শিবিৰ আদি অনুষ্ঠিত কৰি মহিলাসকলক উদ্যোগমুখী কৰি তুলিবলৈ যৎপৰোনাস্তি চেষ্টা কৰি আহিছো তাৰোপৰি প্ৰতি বছৰে প্ৰদৰ্শনী পাতি তেওঁলোকৰ





উৎপাদিত সামগ্ৰী বিক্ৰীৰ বাবে একোখন ক্ষেত্ৰ। ইয়াৰোপৰি উদ্যোগীসকলৰ স্বাস্থ্য, শিক্ষা, পাৰিবাৰিক শান্তিৰ ওপৰতো গুৰুত্ব দি তেনেকুৱা শিবিৰ অনুষ্ঠিত কৰিছে। সন্থাৰ কেন্দ্ৰীয় কমিটিৰ বৰ্তমান মই সভানেত্ৰী আৰু শিৱসাগৰ শাখাৰ মই প্ৰধান সম্পাদিকা. বৰ্তমান শিৱসাগৰৰ বৰ্ডিং খেলপথাৰত এলানি দোকান, ঘৰতে আমাৰ কাৰ্যালয় আছে। মহিলা উদ্যোগীসকলৰ উন্নয়নৰ অৰ্থে কৰা কামৰ বাবে আমি ইং ২০১৩ চনত স্বাধীনতা দিৱসৰ দিনা জিলা প্ৰশাসনৰ ফালৰ পৰা আমাৰ সন্থাটোৱে জিলা ভিত্তিত Excellence in public Service Award-ৰে সন্মানিত হৈছে। নব প্ৰজন্মৰ বাবে আমাৰ সন্থাৰ দ্বাৰ সদায়েই খোলা। নিজৰ ব্যৱসায়ৰ লগে লগে এনেদৰেই সামাজিক দায়বদ্ধতাও পালন কৰি আহিছোঁ।

৬। আপুনি এই ব্যৱসায়টোৰ জৰিয়তে কিমান সফলতা লাভ কৰিছে?

ঃ কিমান সফলতা লাভ কৰিছো ক'ব নোৱাৰি। সফলতা আৰু বিফলতাৰ মাজেৰেহে জীৱন। বিফলতাও অনুভৱ নকৰাকৈ থকা নাই।

৭। আপোনাৰ ব্যৱসায়ৰ লগত জড়িত প্ৰতিযোগী নাৰীয়ে বৰ্তমান প্ৰতিযোগিতামূলক ব্যৱসায়ত আপোনাৰ ব্যৱসায় সফল ভাবে চলাই নিয়াত কেনেদৰে সহায় কৰিছে?

ঃ সহায় পুৰামাত্ৰাই আছে। তেওঁলোকৰ সহায় অবিহনে মই অকলে একো কৰিব নোৱাৰিলোহেঁতেন।

৮। বৰ্তমান অসমৰ বজাৰ ব্যৱস্থাৰ প্ৰতি লক্ষ্য ৰাখি যুৱ প্ৰজন্মৰ প্ৰতি আপোনাৰ বাৰ্তা কি?

ঃ আজিৰ যুগটোৱেই প্ৰতিযোগিতাৰ যুগ। গতিকে বজাৰ এখন দখল কৰিবলৈ হ'লে নিজৰ উৎপাদিত সামগ্ৰীসমূহ আকৰ্ষণীয়ৰূপে সজাই তুলিব লাগিব। মিঠা ব্যৱহাৰ, ভদ্ৰ আচৰণ, ধৈৰ্য, সাহস, আত্মবিশ্বাস, গ্ৰাহকৰ মনৰ পছন্দ বুজা এইবোৰ গুণ থাকিব লাগিব। তাৰোপৰি মন আৰু দেহাৰ কষ্টক হাঁহি মুখে স্বীকাৰ কৰিব লাগিব। গ্ৰাহকক মিছা কথা ক'ব নালাগিব। একোটা সামগ্ৰী স্বচ্ছতা, গুণগত মানদণ্ড, তাৰ মূল্যায়ন ৰক্ষা কৰি চলিব লাগিব। প্ৰতিযোগিতাৰ জয় নিশ্চিত।

৯। এগৰাকী মহিলা উদ্যোগী হিচাপে আপুনাৰ ভৱিষ্যত পৰিকল্পনা কি?

ঃ সময় গতিশীল, ই বোৱতী নদীৰ দৰে। মোৰো বয়স বহুত হ'ল। মনটো দুৰন্ত গতিত পাখিলগা কাঁড়ৰ দৰে উৰি ফুৰে, সময়ৰ ওচৰত হাৰ মানিবই নোখোজে। হ'লেও এতিয়া আৰু নিজৰ পৰিকল্পনা বুলি কোনো কথা নাই। India Trade Promotion Organisation (ITPO)এ বিদেশত আয়োজন কৰা আন্তঃৰাষ্ট্ৰীয় বাণিজ্যমেলাবোৰত নিজৰ উৎপাদিত সামগ্ৰীৰে দেশক (ভাৰতীয় বুলি) প্ৰতিনিধিত্ব কৰা আৰু চহৰ বা গ্ৰাম্যাঞ্চলৰ প্ৰতিভাবান উদ্যোগীক গঢ় দিয়া মোৰ আৰু আমাৰ সন্থাৰ পৰিকল্পনা আছে। ইতিমধ্যে মই বিদেশৰ তিনিখন আন্তঃৰাষ্ট্ৰীয় মেলাত যোগদান কৰিছো।

সৰ্বশেষত আপোনালোকে মোক প্ৰশ্ন কৰা নাই যদিও 'সমাজৰ দায়বদ্ধতা' সম্পৰ্কত উদ্যোগীসকলৰ কেইটামান বাৰ্তা দিব খুজিছো। নিজৰ উৎপাদিত সামগ্ৰীসমূহৰে বাণিজ্যমেলাত কেনেদৰে যোগদান কৰিব পাৰি তাৰে অতি সাগতিয়াল কেইটামান বিষয় জনাব খুজিছো।

এগৰাকী সফল উদ্যোগীৰ উৎপাদিত সামগ্ৰীসমূহ বিক্ৰীৰ বাবে চৰকাৰ বা বিভিন্ন বিত্তীয় উন্নয়ন প্ৰতিষ্ঠানৰ আঁচনি আছে. নিজ বাজাৰ ভিতৰতে আবদ্ধ নাথাকি ৰাষ্ট্ৰীয় আৰু আন্তঃৰাষ্ট্ৰীয় বাণিজ্য মেলাতো যোগদানৰ বাবে বহু সুবিধা আছে। কিন্তু সেই সুবিধা পাবলৈ হ'লে উদ্যোগটো কেইটামান বিশেষ বিষয়ত উপযুক্ত হ'ব লাগিব।

(ক) উদ্যোগটো চৰকাৰৰ জিলা উদ্যোগ কেন্দ্ৰৰ পঞ্জীয়নভুক্ত (Part II) হ'ব লাগিব।

(খ) আন্তঃৰাষ্ট্ৰীয় বাণিজ্য মেলাৰ বাবে Ministry of Commerce and Industryৰ Certificate of Importer Code (IEC) থাকিব লাগিব।

(গ) প্ৰতিবছৰৰ আয়কৰৰ প্ৰমাণ পত্ৰ থাকিব লাগিব।

(ঘ) নিজৰ উদ্যোগৰ নামত বেংক একাউণ্ট, পৌৰসভাৰ Trade Licencese থাকিব লাগিব।

বিত্তীয় প্ৰতিষ্ঠানভেদে বাণিজ্য মেলাত যোগদানৰ নীতি নিয়ম বেলেগ বেলেগ। আন্তঃৰাষ্ট্ৰীয় বাণিজ্য মেলাৰ বাবে সম্পূৰ্ণ খৰচ আগতে নিজে কৰিব লাগিব। যোগদানৰ পাছত উপযুক্ত প্ৰমাণ দাখিল কৰিলেহে খৰচৰ ধন ঘুৰাই পাব। এগেৰাকী অংশগ্ৰহণকৰী (পুৰুষৰ ক্ষেত্ৰত বেলেগ নিৰিখ, উত্তৰ পূৰ্বাঞ্চলৰ মহিলাসকলৰো বেলেগ নিৰিখ ধাৰ্য)ৰ অনুমোদিত খৰচৰ নিৰিখ ধাৰ্য কৰা থাকে। তাৰ উপৰিও খৰচ হ'লে যোগদানকৰীয়ে নিজে বহন কৰিব লাগিব। বিশদ জানিবৰ বাবে জিলা উদ্যোগ কেন্দ্ৰৰ লগত যোগাযোগ কৰিব পাৰে।



# Convergence of Indian Gaap With IFRS In India

**Dr. Ratul Sarmah**
**Asstt. Professor**
**Department of Accountancy**

## INTRODUCTION:

Accounting as the language of business usually refers to financial accounting, which is the oldest form of accounting is the systematic recorded presentation of the financial activities of the business. A business house whether it is small or large must necessarily keep a systematic record of what happens from day-to-day, so that, it can know where it stand financially. It is essentially a service function design to provide relevant accounting information concerning an entity, for those who are interested in interpreting and using that information.

Financial reporting may be defined as communication of published financial statements and related information from a business enterprise to third parties (external users) including shareholders, creditors, customer's Governmental authorities and the public. It is the reporting of accounting information of an entity (individual, firm, company, Government enterprise). Jawahar Lal (2009).

The basic objective of financial reporting is to provide accounting and economic information that is useful to potential investors and creditors and other users in making rational investment, credit and similar decisions. (FASB 1978). The FASB also recognized the financial reporting for prediction of future cash flows. FASB also stated that, a full set of financial statements should show financial position, earnings, and owner's equity, and debts, cash flows during the period and at the end of the year. The International Accounting Standard Committee (IASC) has issued conceptual framework for the preparation and presentation financial statement in July, 1989. Again in 2001, the IASB describes the basic concept that underline financial statement prepared in conformity with International Financial reporting Standard (IFRS). The framework serves as a guide to the IASB in developing accounting standard and as a guide to resolving accounting issues.

## WHY IFRS IN B.COM SYLLABUS:

In order to stay afloat in the global village of accounting communities there is an urgent need to address the challenges of presenting financial statements in global forum and work towards full adoption of IFRS in India. The most significant need is to build adequate IFRS skills and an





expansive knowledge base amongst Indian accounting professionals to manage the conversion projects for Indian entities. This can be done by leveraging the knowledge and experience gained from IFRS conversion in other countries and incorporating IFRS into the curriculum for professional accounting courses. Incorporating IFRS into the B.Com syllabus is the need of hour to familiar the commerce graduate converge the Indian GAAP with IFRS.

## THE CONVERGENCE PROCESS AND ITS ADOPTION:

The journey of IFRS started when Financial Accounting Standards Boards (FASB) and International Accounting Standards Board (IASB) have jointly set out on the path of convergence in the year 2002. Subsequently in 2006, the IASB and FASB signed up ▪ "Memorandum of Understanding" (MOU) which enhanced their commitment from a "compatible' to "common" set of high quality standards. The MoU listed 11 topics which includes Business combination, Consolidation, Fair value measurement guidance, Liabilities and equities distinction, performance reporting, post- retirement benefits, Derecognition, Financial instruments, Revenue recognition, Intangible assets and Leases.

***In September 2008, at the peak of the current financial crisis, the IASB and FASB updated the MOU of 2006. In the new document, the two regulatory bodies reaffirmed the list of 11 topics that would lead to accounting convergence and stated 2011 as deadline. In November 2009, the IASB and FASB issued a joint statement that restated the convergence process and confirmed 2011 as deadline. Accordingly the ICAI has decided to converge with IFRS so far presentation of financial statements of Indian Companies fr[redacted] 1st April 2011.***

In September 2008, at the peak of the current financial crisis, the IASB and FASB updated the MOU of 2006. In the new document, the two regulatory bodies reaffirmed the list of 11 topics that would lead to accounting convergence and stated 2011 as deadline. In November 2009, the IASB and FASB issued a joint statement that restated the convergence process and confirmed 2011 as deadline. Accordingly the ICAI has decided to converge with IFRS so far presentation of financial statements of Indian Companies from 1st April 2011.

## BENEFITS FROM CONVERGENCE:

Indian companies may benefit from Convergence of Indian GAAP with IFRS in the following way:

1. It will eliminate multiple reporting such as Indian GAAP, IFRS, US GAAP and there will be single reporting.
2. IFRS will give more comparability among sectors, countries and companies which result





more transparent financial reporting of accompanies activities which will benefits investors, customers and other key stakeholders in India and overseas.

3. Convergence with IFRS will enable Indian entities to have easier access to global capital markets and eliminates barriers to cross-border listing.

4. IFRS balance sheet will be closure to economic value as it replaces historical cost by fair values to know its true worth.

5. It will help to accounting professionals as they will be able sale their services as experts in different parts of the world.

6. Convergence with IFRS will lead to increased trust and reliance placed by investors, analysts and other stakeholders in a company's financial statements.

**CHALANGES AHEAD:**

Convergence of Indian GAAP with IFRS needs certain regulatory amendment particularly in the format for presentation of financial statements. Corporate India and accounting professionals including Auditors need to be trained for effective migration to IFRS. Under IFRS, companies would need to increasingly use fair value measurement techniques in the preparation of financial statements .Due to the significant difference between Indian GAAP and IFRS; adoption of IFRS is likely to have a significant impact on the financial position and financial performance of most Indian companies. Indian companies also need to communicate the impact of IFRS convergence to their investors to ensure they understand the shift from Indian GAAP to IFRS.

**CONCLUSION:**

The process of Convergence Indian GAAP with IFRS is [redacted] complex task but the fact is that corporate India has to accept the challenges to afloat in global village so far financial reporting is concern. The success of the convergence to IFRS in India will depend on cooperation from Government, regulators and [redacted] departments. Since convergence will improve the quality and transparency of the financial reporting process to align to the global capital markets therefore, there is an urgent need to address these challenges towards full adoption of IFRS in India. The IFRS have received global acceptance and have been used by many countries, and are also being considered by US companies, investors, regulators and auditors and recently by Canada and Indian companies in 2011.It is the time to build our accounting communities to coupled up Indian GAAP with IFRS.



